'অসমীয়া গদ্য সাহিত্য', অসমীয়া গদ্য সাহিত্যৰ ক্ৰমবিকাশ আৰু ধাৰাবাহিকতাৰ ওপৰত কৰা আলোচনামূলক গ্ৰন্থ। লেখক সুৰেন গোস্বামী, প্ৰৱক্তা অসমীয়া বিভাগ, দক্ষিণ কামৰূপ মহাবিদ্যালয়, মির্জা। মির্জাৰ দেৱযানী প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত আৰু মাণিক প্ৰিণ্টাৰ্চ মুদ্ৰিত।

---

প্ৰথম প্ৰকাশ
১ অক্টোবৰ ১৯৯৫ চন

ছপা :
মাণিক প্ৰিণ্টাৰ্চ, মির্জা
কামৰূপ ঃ অসম

মূল্য ঃ ৪৫·০০ টকা

প্ৰথিতযশা

সাহিত্যিক, সমালোচক, শিক্ষাবিদ,

মোৰ পৰম শ্ৰদ্ধাৰ্হ শিক্ষাগুৰু

ড. সত্যেন্দ্ৰনাথ শৰ্মাদেৱলৈ সশ্ৰদ্ধ অৰ্পণ

লেখক

# সূচীপত্ৰ

# মোৰ কৰণীয়া দু-আষাৰ

অসমীয়া গদ্য সাহিত্য বুলিলে ইয়াৰ পৰিসীমা ব্যাপক আৰু বিস্তৃত। প্ৰায় পাচশ বছৰ ব্যাপি থকা অসমীয়া জাতীয় সাহিত্যৰ এই শাখাটোৰ খটিয়ান এটা দাঙি ধৰাতো ইমান সহজ কথা নহয়। অসমীয়া গদ্য সাহিত্যৰ জন্ম আৰু বিকাশৰ ধাৰা সম্বন্ধে সুসংবদ্ধ আৰু বিস্তৃত বিৱৰণ থকা কিতাপো এতিয়ালৈকে প্ৰকাশ হৈ ওলোৱা নাই। যি দুই এখন আছে সিও সংক্ষিপ্ত হে বিক্ষিপ্ত নহয়। অথচ আমাৰ প্ৰাচীন গদ্য সাহিত্য ইমানেই চহকী যে সুদূৰ ষোড়শ শতিকাতে জন্মপোৱা বৈষ্ণৱ গদ্যই সমগ্ৰ ভাৰতত এক চমকপ্ৰদ ইতিহাসৰ সৃষ্টি কৰিছিল। অসমীয়া গদ্য সাহিত্যৰ এনে পৰম্পৰাৰ বিচাৰ সাম্প্ৰতিক কালত সূক্ষ্ম বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে হোৱা উচিত।

বহুদিন আগতে পৰিকল্পনা কৰি থোৱা অসমীয়া গদ্য সাহিত্যৰ ধাৰাবাহিক বিশ্লেষণ এটা কৰিম বুলি হাতত লওঁ। ইয়াত অসমীয়া গদ্য সাহিত্যৰ শৈলীগত দিশতকৈ গদ্য লিখকসকলৰ বিষয়ৰ বিভিন্নতা আৰু লিখনিৰ স্বকীয়তালৈহে বিশেষ মনোযোগ দিয়া হৈছে। সেই বাবেই সাহিত্যৰ বুৰঞ্জী লিখকসকলে মন্ত্ৰ সাহিত্যক যি স্থানত ৰাখিছে, জন্মগত ক্ৰম ৰক্ষা কৰিবলৈ ইয়াত সেই স্থানত নাৰাখি একেবাৰে আৰম্ভণি সময়লৈকে নিয়া হৈছে। বিষয়বস্তু ব্যাপক হোৱা স্বত্বেও আলোচনা এটা নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত ৰাখিবলগীয়া হৈছে একমাত্ৰ ছপা খৰচৰ ব্যয়বহুলতাৰ বাবে।

ভাষা সাহিত্যৰ মূল বস্তু। ভাষা নজনাকৈ সাহিত্য বুজিব নোৱাৰি। সেয়ে অসমীয়া গদ্য সাহিত্যৰ বিষয়ে জনাৰ আগেয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ সম্যক আভাস দিবলৈ কিছু কথা লিখা হৈছে— বৰ ব্যাপকভাৱে নহয়—সংক্ষিপ্তভাৱে।

এইখিনিতে এটা কথা কোৱা ভাল হব যে মোৰ এই কিতাপ খন লিখাৰ বাবে অনুপ্ৰেৰণাৰ স্থল হ'ল প্ৰথিতযশা সাহিত্যিক, সমালোচক, শিক্ষাবিদ, মোৰ পৰম শ্ৰদ্ধাৰ শিক্ষাগুৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱ। তেখেতৰ ৰোগগ্ৰস্ত সময়ত মোৰ পূৰ্ব্বে প্ৰকাশিত কিতাপ কেইখনৰ টোপোলা এটা তেখেতৰ হাতত দিছিলোঁ। তেখেতে হাঁহি হাঁহি কৈছিল—"এজন ছাত্ৰৰ কৃতীকৰ্মৰ বাবে এজন শিক্ষকে ৰোগগ্ৰস্ত হৈয়ো হাঁহিব পাৰে। তুমি আজি মোক যি উপহাৰ দিলা মোৰ বাবে ইয়াতকৈ আৰু ডাঙৰ উপহাৰ অন্য একো হব নোৱাৰে। যদি নাথাকিবা, কিবা কিবি কৰি যোৱা। কিন্তু সাবধানে কৰিবা।" শ্ৰদ্ধেয় চাৰৰ উপদেশ শিৰোগত কৰি এটা নতুন প্ৰচেষ্টা হাতত ললোঁ। কিমানদূৰ কৃতকাৰ্য্য হলো সুধীসমাজে বিচাৰ কৰি চাব। অধ্যাপক ধনেশ্বৰ কলিতাই কিতাপখনৰ কিছু অংশ চাই দুই এটা কথা আঙুলিয়াই দিয়া বাবে তেখেতৰ শলাগ লৈছো। বিভিন্ন ঘৰুৱা কাম-কাজৰ মাজতো সময় উলিয়াই প্ৰুফ আদি চাই দিয়া বাবে, শ্ৰীপ্ৰতিভা গোস্বামীক ধন্যবাদ জনাইছো।

শেষত মোৰ আগৰ লিখনিসমূহৰ দৰে এইখনাকো সুধীসমাজে সুৰমৰ চকুৰে চালে সুখী হ'ম। লগতে কিতাপত হোৱা অনিচ্ছাকৃত ভুল-ত্ৰুটি আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম।

১ অক্টোবৰ, ১৯৯৫ চন — লেখক

মিৰ্জা, কামৰূপ (অসম)

# অসমীয়া ভাষা, সাহিত্যৰ বিষয়ে কিছু কথা

"ভাৰতীয় সংবিধানে স্বীকৃতি দিয়া ভাৰতৰ পোন্ধৰটা ভাষাৰ ভিতৰত অসমীয়া ভাষাও অন্যতম। নামবাচক শব্দ 'অসম'ৰ অন্তত ঈয়া প্ৰত্যয় যোগহৈ অসমীয়া হৈছে।" খৃষ্টীয় ত্ৰয়োদশ শতিকাত আহোমসকল অসমলৈ অহাৰপৰা 'অসম' আৰু 'অসমীয়া' নামৰ পৰিচয় পোৱা গৈছে। তাৰ আগেয়ে 'প্ৰাগজ্যোতিষ' আৰু 'কামৰূপ' নামহে অসমৰ ঠাইত ব্যৱহাৰ হৈছিল। নানা ভাষা-ভাষী, কৃষ্টি-সভ্যতা, ধৰ্ম, আচাৰ-বিচাৰ, লোক-সংস্কৃতি আদিৰে নানা জাতি-উপজাতিৰ বাসস্থান এই অসমভূমি নৃতত্ত্বৰ এক বিস্ময়কৰ যাদুঘৰ। এটা সময়ত সমগ্ৰ পূৰ্ব্বাঞ্চলেই আছিল অসমৰ ভিতৰুৱা।

অসমীয়া ভাষাৰ ঐতিহাসিক কাল হাজাৰ বছৰৰ পুৰণি। আন আন নব্য ভাৰতীয় আৰ্য্য ভাষাৰ দৰে অসমীয়া ভাষাইও প্ৰাদেশীক ৰূপ লয় খৃষ্টীয় দশম শতিকাতেই নাইবা ইয়াৰ ওচৰা-ওচৰিকৈ। প্ৰাকৃত অপভ্ৰংশৰ পৰাই নব্য ভাৰতীয় আৰ্য্য ভাষাবোৰৰ জন্ম হৈছে যদিও ঠিক কোন শতিকাত এই ভাষাবোৰে ভিন ভিন প্ৰাদেশীক ৰূপ ললে তাক সঠিককৈ কব নোৱাৰি। ভাষাবিদসকলে মাত্ৰ অনুমান কৰি লৈছে খৃষ্টীয় দশম শতিকাৰ পৰাই প্ৰায় সম-কালিন ভাবে ভিন ভিন ৰাজনৈতিক, সামাজিক, ভৌগলিক আদি কাৰণত ভাৰতীয় প্ৰাদেশীক ভাষাবোৰৰ জন্ম হৈছিল। অসমীয়া ভাষাৰ জন্মকালৰ কোনো জন্মপত্ৰিকা আমাৰ হাতত নাই যেতিয়া আমি তাৰ জন্ম সন তাৰিখো সঠিকভাৱে কব নোৱাৰো।

ভাষাবিদসকলে অসমীয়া ভাষাৰ মূল খুঁজিটো বিচাৰি বহু দূৰ গৈছে। শেষত গৈ ঠাৱৰ কৰিছে যে ইণ্ডো-ইউৰোপীয় ভাষা-গোষ্ঠীৰেই ভাৰতীয় আৰ্য্য শাখাৰ প্ৰাদেশীক ভাষাবোৰৰ মূল।

ভাষাগোষ্ঠীৰ এই ইন্দো-ইউৰোপীয় পৰিয়ালটো পৃথিবীৰ সৰ্ব্ব বৃহৎ পৰিয়াল। এই পৰিয়ালৰে এটা শাখা শতম্ শাখা। এই শতম শাখাৰ অন্য এটা শাখা হ'ল আৰ্য্য বা ইন্দো-ইৰাণীয়। এই ইন্দো-ইৰাণীয় ভাষাগোষ্ঠীৰ আৰু দুটা প্ৰধান শাখা হ'ল—ইৰাণীয় আৰ্য্য আৰু ভাৰতীয় আৰ্য্য। ইৰাণীয় আৰ্য্যগোষ্ঠীৰ পৰা উদ্ভৱ হ'ল প্ৰাচীন পাৰ্চি আদি ভাষাসমূহ আৰু ভাৰতীয় আৰ্য্য ভাষাৰ কলশ্ৰুতি হ'ল বৈদিক বা প্ৰাচীন বেদৰ ভাষা।

ভাৰতীয় আৰ্য্য ভাষাৰ প্ৰধান ভাগ তিনিটা (১) প্ৰাচীন ভাৰতীয় আৰ্য্য ভাষা (২) মধ্য ভাৰতীয় আৰ্য্য ভাষা (৩) নব্য ভাৰতীয় আৰ্য্য ভাষা। প্ৰাচীন আৰ্য্য ভাষাৰ কাল আনুমানিক খৃঃ পূঃ দ্বাদশ শতিকা। ইয়াৰ কিছুকাল পিচত লৌকিক আখ্যান উপাখ্যান আদিত শিক্ষিতসকলে ব্যৱহাৰ কৰা ভাষাক পাণিনীয়ে সংস্কাৰ কৰি কিছুমান নিৰ্দ্দিষ্ট নিয়মৰ মাজত বান্ধি দিয়ে। এই সংস্কাৰ কৰা ভাষাই নাম পালে সংস্কৃত। এই সংস্কৃত ভাষাতেই ভাৰতীয় কাব্য ৰামায়ণ, মহাভাৰত আদি ৰচিত হৈছিল।

মধ্য ভাৰতীয় আৰ্য্য ভাষা হ'ল প্ৰাকৃত স্তৰৰ ভাষা। এই প্ৰাকৃত ভাষা আৰ্য্য ভাষাৰেই কথিত ৰূপ। পিচত এই প্ৰাকৃত ভাষাত সাহিত্য আদিও ৰচিত হৈছিল। বিশেষকৈ বৌদ্ধধৰ্মৰ বাণী প্ৰচাৰ কৰিবলৈ এই প্ৰাকৃত ভাষাৰ আশ্ৰয় লোৱা হৈছিল। "মধ্য ভাৰতীয় আৰ্য্য ভাষাৰ প্ৰথম চানেকী হ'ল পালি ভাষা। পালি ভাষা বুলিলে পালিৰ পবিত্ৰ গ্ৰন্থ (ত্ৰিপিটক)ৰ ভাষা বুজায়।"

এই মধ্য ভাৰতীয় আৰ্য্য ভাষাৰ কাল খৃঃ পূঃ ষষ্ঠ শতিকাৰ পৰা খৃষ্টীয় দশম শতিকালৈ বুলি স্থিৰ কৰা হৈছে। এই মধ্য আৰ্য্য ভাষাৰ তিনিটা স্তৰ পোৱা যায়। (১) অ-প্ৰাকৃত। ইয়াৰ নিদৰ্শন হৈছে পালি ভাষাত লিখা বিভিন্ন বৌদ্ধগ্ৰন্থ সমূহ। ২). সেই সময়ৰ ৰচিত বিভিন্ন আঞ্চলিক প্ৰাকৃত সাহিত্যসমূহ। এই স্তৰতেই ৰচিত সাহিত্যৰ ভাষাটোক মহাৰাষ্ট্ৰী সৌৰসিনি, ইপশাসি, মাগধী আদি

নামেৰে সামাকৰণ কৰা হৈছে। (ত) অন্ত্য প্ৰাকৃতৰ নিদৰ্শন হ'ল মধ্য প্ৰাকৃতৰ পৰা উদ্ভৱ হোৱা বিভিন্ন অপভ্ৰংশ সমূহ।

প্ৰাচ্য মাগধী অপভ্ৰংশৰ পৰাই অসমীয়া ভাষাৰ জন্ম হোৱা বুলি ঠাৱৰ কৰা হৈছে। ডঃ কাকতিৰ মতে দ্বিতীয়, তৃতীয় শতিকাত কিৰাত বংশীয় ৰজা নৰকাসুৰ ভগদত্তই কামৰূপত ৰাজত্ব কৰা সময়ত আৰ্য্য ভাষা আৰু সংস্কৃতিৰ আবে তেওঁলোকে বহু যত্ন কৰিছিল। পুষ্যবৰ্মা আৰু শালস্তম্ভ আদি পালবংশীয় ৰজাসকলৰ দিনত তাম্ৰ ফলিত ব্যৱহাৰ কৰা ভাষা সংস্কৃত। ৫৫৪ খৃষ্টাব্দত খোদিত নগাঁৱৰ কপিলি অঞ্চলত পোৱা শিলালিপিৰ ভাষাও সংস্কৃত। এই আটাইবোৰ চালি জাৰি চাই অসমীয়া ভাষাই প্ৰাদেশীক ৰূপ পোৱাৰ সময় খৃষ্টীয় দশম শতিকাৰ আগলৈকে ঠেলি নিব নোৱাৰি। অৱশ্যে ষষ্ঠ সপ্তম শতিকাৰ পৰাই অসমীয়া ভাষাই প্ৰাদেশীক ৰূপৰ প্ৰতি অগ্ৰসৰ হোৱাৰ আভাস পোৱা যায়।

খৃষ্টীয় ষষ্ঠ শতিকাৰ পৰা দ্বাদশ শতিকালৈ ৰজাসকলে ভূমিদান সম্বন্ধে লিখা ফলিবোৰৰ ভাষা যদিও সংস্কৃত, তাৰ মাজতে অসমৰ জনসাধাৰণে ব্যৱহাৰ কৰা নামবাচক, নদীবাচক দুই চাৰিটা অসমীয়া শব্দৰ ব্যৱহাৰ মন কৰিবলগীয়া।

ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত চীন পৰিব্ৰাজক হিউৱেন-চাং কামৰূপলৈ আহি তেওঁৰ ভ্ৰমণ টোকাত লিখিছিল— "তেওঁলোকৰ (কামৰূপৰ মানুহৰ) ভাষাৰ মধ্যভাৰতৰ লগত সামান্য প্ৰভেদ আছে।" ইয়াৰ পৰাও বুজা যায় যে খৃষ্টীয় সপ্তম শতিকাতে অসমীয়া ভাষাই প্ৰাদেশীক ৰূপৰ ফালে অগ্ৰসৰ হৈছিল। একেটা টোকাতে পোৱা যায় যে চীনদেশৰ জনজাতীয় লোক কিছুমান কামৰূপৰ সীমান্তত বাস কৰিছিল। এই জনজাতীয় ভোট, অকা, তীব্বতীয়, বাৰ্মী লোক সকলৰ কথিত ভাষাৰ শব্দ কিছুমান আৰ্য্য ভাষাৰ মাজত সোমাই পৰে।

চৰ্য্যাপদৰ ভাষাও প্ৰাচীন অসমীয়া ভাষাৰ এক উৎস। নেপালৰ ৰাজদৰবাৰ পৰা উদ্ধাৰ কৰি অনা 'চৰ্য্যা-চৰ্য্য-বিনিশ্চয়'ৰ ভাষাৰ মাজত

প্ৰাচীন কামৰূপীয়া ভাষাৰ মিল আছে। চৰ্য্যাৰ লিখক এজন কাহ্নুপাদ, নাম মীণ নাথ। মীণ নাথে ৰচনা কৰা "ব্যাহ্যান্তৰ বোধিচিত্ত-বন্ধো-প্ৰদেশ" পুথিখনৰ ভাষাৰ লগত প্ৰাচীন কামৰূপৰ ভাষাৰ মিল আছে বুলি বিখ্যাত পণ্ডিত ৰাহুল সাংকৃত্যায়নে মন্তব্য কৰিছে। দোহাত উল্লেখ থকা মল্লাৰী, ধনসী, ভৈৰৱী, শবৰী, কামোদ আদি ৰাগ-ৰাগিনী বৰগীতৰ ৰাগ-ৰাগিনীৰ লগত মিল আছে। এইবাবেও দোহাৰ ভাষাৰ লগত প্ৰাচীন অসমীয়া ভাষাৰ মিল আছে বুলি ধৰিব পাৰি। ডঃ কাকতিয়ে দোহাৰ ভাষাৰ লগত প্ৰাচীন অসমীয়া ভাষাৰ মিল দেখুৱাইছে এনেধৰণে—

"Certain phonological and morphological peculiarities registered in the Boudha-doha have come down in an unbroken continutiy through early to modern Assamese" [ A F D page-II ]

দোহাৰ মাত্ৰা ছন্দত ৰচিত গীতবোৰৰ লগত অসমীয়া পয়াৰ ছন্দৰ মিল দেখি কোনো কোনোৱে এইবোৰক দোহাৰ পদাই অসমীয়াৰ বুলি অনুমান কৰে। অকল অসমীয়া ভাষাই নহয় বঙলা আৰু মিথিলাৰ ভাষাৰ লগতো চৰ্য্যাপদৰ গীতবোৰৰ মিল দেখি তেওঁলোকেও দোহাৰ ভাষা তেওঁলোকৰ ভাষাৰ প্ৰাচীন নিদৰ্শন বুলি কব খোজে। দোহাবোৰৰ ৰচনাকাল খৃঃ ৯০০ ৰ পৰা ১২০০ ৰ ভিতৰত হব বুলি অনুমান কৰা হৈছে।

অসমীয়া ভাষাৰ জন্মকালৰ ইতিহাস বিচাৰি ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠীলৈ নগৈ ওচৰতে পোৱা ভাষাৰ বিচাৰ কৰি কব পাৰি যে অসমীয়া ভাষা ভাৰতীয় আৰ্য্য ভাষাগোষ্ঠীৰ ভিতৰত। ভাৰতীয় আৰ্য্য ভাষাগোষ্ঠীৰ প্ৰথম স্তৰ বৈদিক আৰু সংস্কৃত ভাষা; দ্বিতীয় স্তৰ পালি প্ৰাকৃত আৰু অপভ্ৰংশ আৰু তৃতীয় স্তৰ আধুনিক লিখিত আৰু কথিত ভাষা। প্ৰাচীন আৰ্য্য ভাষাই পৰিবৰ্ত্তনৰ মাজেদি আহি প্ৰাকৃত অপভ্ৰংশৰ পৰা আধুনিক ৰূপ পাইছে। এই প্ৰাকৃতবো আকৌ

দুটা অৱস্থা পোৱা গৈছে। এটা শিক্ষিতসকলে সাহিত্যত ব্যৱহাৰ কৰা প্ৰাকৃত আৰু আনটো অশিক্ষিত লোকৰ মুখে মুখে চলি থকা প্ৰাকৃত। খৃষ্টীয় ষোড়শ শতিকালৈকে এনে সাহিত্যিক প্ৰাকৃত লিখিত ব্যৱহাৰ কৰি থকা উদাহৰণ পোৱা যায়।

অসমীয়া ভাষা মূলত আৰ্য্য সম্ভূত হলেও আৰ্য্যসকল অসমত পদাৰ্পণ কৰাৰ আগেয়ে অষ্ট্ৰিক, শ্যাম চীন (তিব্বত বা ভোটবৰ্মী) সকল অসমতে আছি খেতি-বাতি কৰি জীৱন নিৰ্ব্বাহ কৰিছিল। গতিকে এইসকলৰ ব্যৱহৃত শব্দৰ বৃহৎ অংশ এটা আৰ্য ভাষাৰ লগত সংমিশ্ৰণ হৈ অসমীয়া ভাষাই পুষ্টিসাধন কৰিছিল। অসমীয়া ভাষাৰ জন্ম কাহিনী চমুকৈ এয়েই।

সাহিত্য সম্পৰ্কে কব পাৰি যে পৃথিবীৰ সকলো দেশ, সকলো জাতিৰ জাতীয় সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰো আদি স্তৰ লোক-সাহিত্য বা জন সাহিত্য। মন্ত্ৰপুথি, ডাকৰ বচন সাধুকথা ফকৰা-যোজনা, জনশ্ৰুতি, কিম্বদন্তি আইনাম ধাইনাম, বিয়ানাম বিহুগীত আদি মুখে মুখে চলি থকা সাহিত্যই অসমীয়া সাহিত্যৰ বুৰঞ্জীত এক বিশেষ স্থান অধিকাৰ কৰি আছে। নিৰক্ষৰী চহা জীৱনৰ সৰল মনৰ ভাব-অনুভূতিৰ প্ৰচাৰক এই জন সাহিত্যৰ মূল আকৰ্ষণ হৈছে ইয়াৰ সৰলতা। নৈৰ্ব্যক্তিকতাই হল এইবিধ সাহিত্যৰ আন এক লক্ষণ। এঘণ্টাৰ ভিতৰতে মুখে মুখে এশাজাৰ গীত ৰচনা কৰি গায় যাব পৰা এজাকজনী নিৰক্ষৰী গাভৰুৰ মেধাশক্তি দেখিলে স্তম্ভিত হব লাগে। ইংৰাজী সাহিত্যৰ বেলাডৰ দৰে আমাৰ কাহিনীমূলক গীতবোৰৰ হোন্দালনী আৰু এখোপ চৰা।

ইয়াৰ পিচৰ যুগৰ অসমীয়া সাহিত্যৰ বুৰঞ্জী এক কথাৰে সমুজ্জল নহলেও অনুজ্জ্বলো নহয়। খৃষ্টীয় চতুৰ্দ্দশ শতিকাৰ পৰা মহাপুৰুষ শঙ্কৰদেৱৰ সাহিত্যিক জীৱন আৰম্ভ হোৱালৈ প্ৰায় ডেৰশ বছৰকাল অসমীয়া সাহিত্যৰ মধ্যযুগ। এই সময়চোৱাতেই হেম সৰস্বতীৰ "প্ৰহ্লাদ চৰিত" পুথিৰ পৰা আৰম্ভ হৈ মাধৱ কন্দলি অনুদিত

'পৰ ৰামায়ণে সমগ্ৰ ভাৰতবৰ্ষতে প্ৰথম অনুদিত ৰামায়ণ বুলি দাবী কৰিব পৰা গৌৰৱ অৰ্জন কৰিছিল। গুণগতভাৱেও এনে বচনাৰ প্ৰকৃল্য কিমান উচ্চখাপৰ আছিল সেই কথা পিচৰ কালত মহাপুৰুষ শঙ্কৰদেৱে স্বীকাৰ কৰি গৈছে। ৰজাসকলৰ পৃষ্ঠপোষকতাই এই যুগৰ সাহিত্য সৃষ্টিত বিশেষভাৱে অৰিহণা যোগাইছিল। ইয়াৰ পিচৰ শঙ্কৰী সাহিত্যৰ কথা ইয়াত উল্লেখ কৰা নিষ্প্ৰয়োজন। এই যুগতেই অসমীয়া সাহিত্যই সম্পূৰ্ণভাৱে প্ৰতিষ্ঠা লাভ কৰে। এই যুগৰ বৈষ্ণৱ সাহিত্য, পৰৱৰ্ত্তী কালৰ বুৰঞ্জী সাহিত্য, ব্যৱহাৰিক সাহিত্য, অৰুণোদই সাহিত্য, জোনাকী সাহিত্য আৰু আধুনিক সাহিত্যৰ কথা যথাস্থানত উল্লেখ কৰা হৈছে। পৃথিৱীৰ উন্নত দেশৰ উন্নতিশীল জাতীয় সাহিত্যৰ লগত ফেৰ মাৰিব পৰাকৈ নহলেও অসমীয়া সাহিত্যই তাৰ স্তৰে স্তৰে প্ৰগতিৰ পথত যে আগবাঢ়ি আহিছে এই কথা অনাস্বীকাৰ্য্য।



# মন্ত্ৰ পুথিৰ গদ্য

## [ একাদশ শতিকাৰ পৰা পঞ্চদশ শতিকালৈ ]

অসমীয়া গদ্য সাহিত্য জন্মৰ সঠিক চন, তাৰিখ আদিৰ হিচাপ দিয়াটো বৰ সহজ কথা নহয়। পৃথিৱীৰ সকলো দেশ, সকলো জাতিৰ জাতীয় সাহিত্যৰ দৰে অসমৰ সাহিত্যৰ বুৰঞ্জীৰো আদিছোৱা কাব্য বা কবিতাতেই সীমাবদ্ধ। খৃষ্টীয় ত্ৰয়োদশ, চতুৰ্দ্দশ শতিকামানতে অসমীয়া সাহিত্যৰ লিখিত ৰূপ পালেও এই ৰূপ কাব্যতহে পোৱা গৈছে। কাব্য-সাহিত্যৰ জন্মৰ প্ৰায় তিনি-চাৰি শতিকামানৰ পিচতহে সাহিত্যই গদ্যৰূপ গ্ৰহণ কৰিছিল। কিন্তু এই কথাও ঠিক যে অসমীয়া সাহিত্যই গদ্যৰূপ পোৱাৰ আগতে আন কোনো ভাৰতীয় প্ৰাদেশীক ভাষাতে গদ্য ব্যৱহাৰ হোৱাৰ প্ৰমাণ আমাৰ হাতত নাই। খৃষ্টীয় দশম-একাদশ শতিকাত লোক-সাহিত্যৰ মাজেৰে মন্ত্ৰ-সাহিত্যই অসমৰ লোক-সমাজত ভুমুকি মাৰিছিল। সেই সময়ত মন্ত্ৰই সাহিত্য হিচাপে বিক্ষিপ্তি লাভ নকৰিলেও পৰ্বত-ভৈয়ামৰ লোক-সমাজৰ মাজত ইয়াৰ প্ৰাসঙ্গিকতাৰ কথা বাৰুকৈয়ে অনুভূত হৈছিল। মন্ত্ৰবোৰৰ ব্যৱসায় ভিত্তিক সংৰক্ষণশীলতা আৰু লোকচক্ষুৰ পৰা আঁতৰাই ৰখাৰ মানসিকতাই ইয়াৰ প্ৰসৰতাত বহু বাধা আনিছিল।

অসমীয়া গদ্য-সাহিত্যৰ জন্ম আৰু বিকাশ সম্বন্ধে আলোচনা কৰোতে অসমীয়া গদ্য-সাহিত্যৰ ধাৰাবাহিকতা ৰক্ষা কৰিবলৈ যত্ন কৰা হৈছে। অসমীয়া সাহিত্যৰ অনেক বুৰঞ্জীলেখকে মন্ত্ৰ সাহিত্যক শঙ্কৰী গদ্যৰ আগৰ বা সম-সাময়িক বুলি কৈছে যদিও আলোচনাৰ ক্ষেত্ৰত ইয়াক ব্ৰজাবলী গদ্যৰ পিচলৈ নিছে। মন্ত্ৰ-সাহিত্যৰ জন্ম-কালৰ ওপৰত নিৰ্ভৰ কৰি অসমীয়া গদ্য-সাহিত্যৰ বুৰঞ্জীত ইয়াক প্ৰথমতে স্থান দিব পাৰি।

লোক সমাজত মন্ত্র সাহিত্যই যদিও খৃষ্টীয় চতুৰ্দ্দশ শতিকাৰ পিচৰফালে সাহিত্যৰ ৰূপত দেখা দিয়ে তথাপি ইয়াৰ জন্মকাল একাদশ, দ্বাদশ শতিকাৰ পিচলৈ নিব নোৱাৰি। অতি পুৰণি কালৰপৰা অসম তথা কামৰূপত তন্ত্র মন্ত্রই যে বিশেষ স্থান অধিকাৰ কৰি আছিল সেই কথাৰ প্ৰমাণ পুৰণি সাধু বিভিন্ন মন্ত্রপুথি কিম্বদন্তি গুৰুচৰিত যোগিনীতন্ত্র কালিকা পুৰাণ আদিত উল্লেখ আছে। কৰতী পুথিৰ মন্ত্র সমূহৰ লগত অথৰ্ব্ব বেদৰ মন্ত্রৰ মিল আছে। অষ্টম, নৱম শতিকাত অদ্বৈত বেদান্তৰ গুৰু শঙ্কৰাচাৰ্য্যই (খৃ° ৭৮৮-৮২ ) ধৰ্ম প্ৰচাৰৰ বাবে কামৰূপলৈ আহোতে অভিনবচাৰ্য্যই মন্ত্ৰৰে তেওঁৰ ভগন্দৰ ৰোগ জন্মাইছিল বুলি শঙ্কৰ দিগ্বিজয' গ্ৰন্থত উল্লেখ আছে। আজিকো শঙ্কৰাচাৰ্য্যৰ মৃত্যুতো এনে কু মন্ত্ৰৰ প্ৰভাৱ আছে বুলি সেই সময়ত এটা বিশ্বাসে মানুহৰ মনত ক্ৰিয়া কৰিছিল। মুছলমান সকলে বাৰে বাৰে ভাৰত আক্ৰমণ কৰিব আহোতে লগত অহা টোকাকাৰীযে দি যোৱা বিৱৰণত কামৰূপৰ তন্ত্র-মন্ত্ৰৰ সম্ভেদ পোৱা যায় ড সত্যেন্দ্রনাথ শৰ্ম্মাদেৱৰ মতে অথৰ্ব বেদ, বৌদ্ধমন্ত্রযান বা তান্ত্রিক বৌদ্ধ হিন্দুতন্ত্র আৰু আদিম লোক স মিশ্ৰনৰ ফলত অসমত বিশেষকৈ কামৰূপত তন্ত্র মন্ত্রৰ উদ্ভৱ হোৱা সম্ভৱ হৈছে। কামৰূপত প্ৰচলিত কোনো কোনো মন্ত্ৰপুথিত কোৰাণৰ আৰু ফিৰিঙ্গিৰ উল্লেখও আছে। এনে মন্ত্ৰৰ লগত জড়িত ওজা বা বেজসকল হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰ লোক আছিল।

অসমত মন্ত্ৰসমূহৰ বিকাশ আৰু প্ৰভাৱ সম্বন্ধে আলোচনা কৰিলে দেখা যায় যে— বৌদ্ধধৰ্মৰ মঞ্জুশ্ৰীমূল”ত এই সম্পৰ্কীয় বহু কথাৰ উল্লেখ আছে। বৌদ্ধধৰ্মৰ মহাযানী সম্প্ৰদায়ে এনে তন্ত্র মন্ত্রৰ ওপৰত বিশেষ প্ৰাধান্য দিছিল। বৌদ্ধধৰ্মীয় লোকৰ বিশেষকৈ হিমালয়ৰ পাদদেশৰ বিভিন্ন বৌদ্ধধৰ্মীয় লোকৰ স মিশ্ৰণ যেতিয়া আমাৰ মানুহৰ মাজত ঘটিল হিন্দুধৰ্মৰ ওপৰত বৌদ্ধধৰ্মৰ প্ৰভাৱ সহজতে পৰিল। বৌদ্ধধৰ্মীয় মহাযানী সম্প্ৰদায়ৰ তান্ত্রিক প্ৰভাৱ

হিন্দুধৰ্মৰ ওপৰত পৰা অনেক উদাহৰণ বৌদ্ধ গ্ৰন্থ "সাধনমালা"ত আছে। "যোগিনী তন্ত্ৰ"ইও এনে প্ৰভাৱৰ ইঙ্গিত আমাক দিছে। বৌদ্ধ "সাধনমালা"ত কামৰূপৰ নাম উল্লেখ থকা আৰু লামা তাৰানাথৰ "বৌদ্ধধৰ্মৰ বুৰঞ্জী"ত মহাযানী গুৰু অৰ্ধভৱই বিষাক্ত সাপেখোৱা শিষ্যসকলক মন্ত্ৰপুত পানী ছটিয়াই পুনৰ জীৱন দিয়া কথা ডঃ মহেশ্বৰ নেওগে তেখেতৰ "পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি"ত উল্লেখ কৰিছে। বুৰঞ্জীবিদ গেইট চাহাবৰ লিখনিৰ পৰাও ভাৰতৰ আন আন প্ৰদেশ — বঙ্গ, উৰিষ্যা, পঞ্জাৱ আদিত তন্ত্ৰ-মন্ত্ৰৰ প্ৰভাৱ থকা বুলি জানিব পাৰি। কিন্তু লগতে অসমত বিশেষকৈ কামৰূপত এনে তন্ত্ৰ-মন্ত্ৰৰ প্ৰভাৱ যে বেছি আছিল তাকো তেওঁ উল্লেখ নকৰাকৈ থকা নাই। ষোড়শ শতিকাত শিখগুৰু নানক কামৰূপলৈ ধৰ্ম প্ৰচাৰ কৰিব আহোতে তন্ত্ৰ-মন্ত্ৰৰ প্ৰভাৱত পৰি নানা লটি-ঘটি হোৱাৰ কথা শিখ ধৰ্মগ্ৰন্থত পোৱা যায়। প্ৰখ্যাত মুছলমান গ্ৰন্থকাৰৰ বুৰঞ্জীমূলক গ্ৰন্থ — 'আলমগীৰ নামা,' 'বাহাৰিস্থান-ই-ঘাইবি' আদিত অতীতত কামৰূপত বহুলভাৱে প্ৰচলিত কুমন্ত্ৰ-তন্ত্ৰ, ভেল্কি, ভোটবাজি আদিৰ বিষয়ে বিশদ বৰ্ণন পোৱা যায়। গ্ৰন্থবোৰত মন্ত্ৰ-তন্ত্ৰ, ভূত-প্ৰেত, ডাইনী-যখিনী আদিৰ প্ৰতি থকা বিশ্বাসৰ ইঙ্গিতো পোৱা যায়। সপ্তদশ, অষ্টাদশ শতিকাত লিখিত 'কথা গুৰুচৰিত', 'দৰং ৰাজবংশাৱলী' আদি গ্ৰন্থত বৌদ্ধ বাজিকৰে মন্ত্ৰদ্বাৰা কামৰূপত ব্যাধি দূৰ কৰা, মন্ত্ৰদ্বাৰা বৰষুণ বন্ধ কৰা, মন্ত্ৰদ্বাৰা ফেটিসাপ নচুওৱা আদিৰ অনেক মুখৰোচক, কৌতুহলোদ্দীপক আৰু অতিৰঞ্জিত বৰ্ণনা আছে। মন্ত্ৰৰ প্ৰভাৱত পৰি একোজন মানুহ এটা সময়ত হয়তো লটি-ঘটি হৈছে আৰু কোনোজনে এই মন্ত্ৰৰ প্ৰভাৱতেই মৃত্যুমুখৰ পৰা হাতসাৰি যোৱাৰ উদাহৰণো আছে।

এতিয়ালৈ পোৱা উল্লেখযোগ্য মন্ত্ৰ পুথিবোৰৰ ভিতৰত সৰ্বচাক মন্ত্ৰ, পক্ষীৰাজ মন্ত্ৰ ব্ৰহ্মকৰতি, পানীকৰতি, গুৰুকৰতি, ধৰণী মন্ত্ৰ, শুচি মন্ত্ৰ, মোহিনী মন্ত্ৰ সুদৰ্শন মন্ত্ৰ, অগ্নিবান মন্ত্ৰ আদিৰ নাম উল্লেখ

কৰিব পাৰি। সেইবোৰ মন্ত্ৰপুথি সম্পূৰ্ণভাৱে নাই। ১৯২৫ চনত 'কাম ৰত্নতন্ত্ৰ' নামে মন্ত্ৰপুথি এখন অসম চৰকাৰে ছপাই উলিয়াইছে। যোগিনীতন্ত্ৰত তান্ত্ৰিক সাধন আৰু যোগৰ কথা উল্লেখ আছে। সাধনৰ আৰু যোগৰ দ্বাৰা মানুহ মৃত্যুঞ্জয়ী হোৱা উদাহৰণো আছে। ৺ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই প্ৰাচীন মন্ত্ৰ সাহিত্যৰ স্বৰূপ সম্বন্ধে মন্তব্য দিছে "প্ৰকৃতিৰ লগত গভীৰ আত্মীয়তাৰ অনুভৱৰ প্ৰমাণকে যেনেকৈ জন-সাহিত্যৰ উৎপত্তিৰ সাধাৰণ জোখ কাঠি বুলিছিলো, অপাৰ্থিব, অনৈসৰ্গিক শক্তিৰ ধাৰণা আৰু বিশ্বাসো তেনেকৈয়ে এই মন্ত্ৰ-তন্ত্ৰৰ প্ৰাচীনতাৰ নিদৰ্শন বুলিব লাগিব।" ড. বিৰিঞ্চি কুমাৰ বৰুৱাদেৱেও মত দাঙি ধৰিছে— "লোক বিশ্বাসৰ লগত জৰিত থকা মন্ত্ৰসাহিত্যত ভালেমান অতি প্ৰাকৃত জীব, দৈত্য-দানৱ, ভূত-প্ৰেত, পিশাচ, যক্ষ-ৰক্ষ, খেত-খেতৰী, যোগিনী-ডাকিনী, বীৰা, অপেশ্বৰা, নাগিনী, জলকুঁৱৰী আদিৰ উল্লেখে আমাৰ জন-জীৱনৰ বিশ্বাস আৰু অনুভূতিলৈ আঙুলিয়াইছে।" [ অসমীয়া কথাসাহিত্য ]

শঙ্কৰদেৱৰ সমসাময়িক কালত মন্ত্ৰপুথিবোৰৰ ব্যৱহাৰিক দিশটো বেছি হলেও সেইসময়ত আৰু তাৰ পিচৰ কালত কিতাপ আকাৰত মন্ত্ৰবোৰ পোৱা হলেও প্ৰথম অৱস্থাত ই লোক-সাহিত্য বা জন-সাহিত্যৰ শাৰীতে আছিল। গতিকে ইয়াৰ উদ্ভৱ কাল একাদশ দ্বাদশ শতিকাৰ পিচলৈ নিব নোৱাৰি। অৱশ্যে এইটোও ঠিক যে এই মন্ত্ৰপুথি সমূহ একে সময়তে ৰচনা কৰা হোৱা নাই। প্ৰায়বোৰ মন্ত্ৰ পদ্যত ৰচনা কৰা হৈছিল। আকৌ যিবোৰ মন্ত্ৰ গদ্যত ৰচনা কৰা হৈছিল সেইবোৰত গদ্যতকৈ কাব্যৰ প্ৰভাবহে বেছি লক্ষণীয়। প্ৰায়বোৰ মন্ত্ৰৰ ওপৰতেই কথিত ভাষাৰ প্ৰভাব আছে আৰু আছে স্থানীয় পৰিবেশৰ প্ৰভাৱ। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ মতে, "মন্ত্ৰবোৰৰ সৰহভাগতে উজনীয়া চাপ বিদ্যমান। ইয়াৰপৰা অনুমান কৰিলে বোধহয় ভুল নহ'ব যে কামৰূপতকৈ উজনি আৰু মধ্য অসমত মন্ত্ৰবোৰ অধিক পৰিমাণে চলিছিল। নগাওঁৰ মায়াং অঞ্চল মধ্যযুগৰ পৰাই তন্ত্ৰ-মন্ত্ৰৰ কেন্দ্ৰস্থল বুলি প্ৰসিদ্ধি আছে।"

মন্ত্রবোৰত কোনো প্রণালীগত বৈয়াকৰণীক বৈশিষ্ট্য নাই। তেনেধৰণৰ নিয়ম-নীতিৰ মাজত আৱদ্ধ থকা হ'লে যিবোৰ মন্ত্র পিচৰ কালত পোৱা গৈছে সেইবোৰত চতুৰ্দ্দশ শতিকাৰ প্ৰখ্যাত কবি মাধৱ কন্দলিৰ ৰচনাৰ ভাষাগত প্ৰভাৱ পৰিলেহেঁতেন। মাত্র অসমীয়াৰ লোকবিশ্বাস আৰু লোকাচাৰৰ প্ৰভাৱ মন্ত্রবোৰত ৰক্ষা কৰা হৈছে। বহু মন্ত্রত অসংলগ্ন ভাষা-ৰীতিৰ প্ৰযোগ দেখা যায়। আকৌ কিছুমান মন্ত্ৰক বেদসন্মত কৰিবৰ বাবে মন্ত্রৰ শেষত ওঁম, স্বাহাঃ, শুভায, মঙ্গলায শব্দৰ ব্যৱহাৰ কৰিছে যদিও, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে এইবোৰক 'ওভোটা বেদ' বুলি মন্তব্য দিছে।

মন্ত্রবোৰৰ বৈযাকৰণিক গাঠনি আচৰিত ধৰণৰ। বহু বাক্যত ক্রিযা নোহোবাকৈযে বাক্য গঠন হৈছে, যেনে– ৰামৰ শৰ লক্ষ্মণৰ শৰ, ইন্দ্রৰ শৰ, বাযু শৰ, নাগ শৰ, সিঙ্গিলিয়া শৰ, পিঙ্গিলিযা শৰ, দেৱ শৰ, অব্যৰ্থ শৰ, মৃত্যু শৰ, বৰুণ শৰ ইত্যাদি ইত্যাদি। আকৌ মন্ত্রৰ চমৎকাৰিতা বৃদ্ধিৰ বাবে বাৰে বাৰে একেটা ক্রিযাকে এটা বাক্যত বহুবাৰ ব্যৱহাৰ কৰিছে। যেনে– "বাণ কাটো, বাণ কাটো দেৱৰ বাণ কাটো, বাণ কাটো, বাণ কাটো মহেশ্বৰৰ বাণ কাটো, বাণ কাটো, বাণ কাটো ৰুদ্ৰেশ্বৰৰ বাণ কাটো, বাণ কাটো বাণ কাটো কালীৰ বাণ কাটো, বাণ কাটো, বাণ কাটো নাগৰ বাণ কাটো" ইত্যাদি।

পদ্যত ৰচনা কৰা মন্ত্রসমূহৰ ছন্দ নিৰ্ণযো কোনো ব্যাকৰণৰ নিযমৰ ভিতৰত থাকি কৰা নাই। মন্ত্রত থকা বাক্যবোৰৰ অন্ত্যানু-প্রাসৰ মিল নাই। আনহাতে কিন্তু তাক অমিত্রাক্ষৰী ছন্দ বলিও কব নোৱাৰি। বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে মন্ত্রসাহিত্যৰ গদ্যৰীতি "চঞ্চল আৰু ব্যাকৰণ বন্ধনবিহীন, বহু বাক্যৰ গদ্যৰ যি গুণ অৰ্থাৎ যুক্তি আৰু সংলগ্নভাৱে ভাৱ প্রকাশ কৰিব পৰাৰ যি ক্ষমতা তাৰ অভাৱ" বুলি কৈছে। মন্ত্রবোৰত ব্যৱহাৰ কৰা বাক্যৰ, ভাৱ আৰু অৰ্থলৈ লক্ষ্য নকৰি মাত্র মানুহক আকৰ্ষণ কৰিবলৈ আৰু চমৎকাৰিতা বৃদ্ধি

কৰিবলৈ কিছুমান অৰ্থহীন শব্দ মন্ত্ৰসমূহত ব্যৱহাৰ কৰা দেখা যায়। এনে শব্দবোৰ সাধাৰণতে বাক্যৰ শেষতহে ব্যৱহাৰ কৰা দেখা যায়। যেনে– ৰং, শং, কট, ও, হ্ৰীং, ক্লীং, উং, আং, উম, এবং, ক্ৰোং, কৌং, অহঃ, ত্ৰঃ, ত্ৰঃ। শব্দ কিছুমানৰ সমষ্টিয়েই সাহিত্য হব নোৱাৰে। এনে সাহিত্য কোনো জাতিৰ জাতীয় ভাষাৰ বাহক হব নোৱাৰে। পণ্ডিতসকলে কোনো ভাষাৰ শব্দত "যোগ্যতা, আকাঙ্ক্ষা আৰু আশক্তি থাকিব লাগিব বুলি কৈছে। পদসমূহৰ পৰস্পৰ মিলনত সঙ্গত অৰ্থ প্ৰকাশৰ ক্ষমতাৰ নামেই যোগ্যতা। পদসমূহৰ সমাবেশত সমগ্ৰ অৰ্থ উপলব্ধিৰ অৰ্থে শ্ৰোতাৰ ইচ্ছা, সিয়েই আকাংক্ষা। পদসমূহৰ অৰ্থগত সম্বন্ধ আৰু ক্ৰমাগতভাবে বহুওৱাৰ যি নিয়ম সেয়ে আসক্তি। মন্ত্ৰৰ ভাষাৰ সৃষ্টিত এই লক্ষণসমূহৰ অভাৱ।"

কিছুবছৰ আগেয়ে উদ্ধাৰ হোৱা মন্ত্ৰ কেইটামানৰ ভাষালৈ আমি আঙুলিয়াব পাৰো।

"ওম বৈদ্য নাথয়ে নম. – গুণ মন্ত্ৰ

মালি মালি মালি কন কন মালি শোনাৰ পাখৰি কপা মালি আগে ধৰে যুল পাছে ধৰে ফল : আমুকিৰ গৰ্ভৰ যল ফুল সিত্ৰ কৰি পৃথিৱীত পৰ ॥ এই মন্ত্ৰে লাউৰ সৰাফুল বাৰমহিযা ব্ৰাহ্মনাৰসৰ ফুল, কলধুনৰ সৰা পাহি ফুল সমযাহে ॥)‿(/k প্ৰশভ হয়ামন্ত্ৰ ॥ তামুল খাবা মন্ত্ৰ ॥ স্বাস্বকিৰ গৰ্ভত যে প্ৰশভজে ভৈলা k ও গুৰুৰ জে পায়/k লাগবিষ্কা কামৰূপৰ কামেক্ষামায়/k মোৰ বাক্য লৰাশ চোৰাহ. মহাদেৱৰ ত্ৰিশূলত পৰি মৰাহ ॥ ফুলপৰা মন্ত্ৰ ॥ k ফুল ঝাৰু আমুকিৰ ফুল ॥ এয়ান্নু আমুকিৰ ফুল মই তেল ঝাৰিব সৰকৰি গুলায় পৰ ॥ নলৰা যদি ফুল ভিতৰতে মৰ ॥ মোৰ মন্ত্ৰ লৰাশ ছৰাশ মাই কামেস্বাৰ মাথা খাল ॥ তেল ঝাৰিলে ফুল আহে নতুবা ভিতৰতে মৰে ॥k"

আন এটা মন্ত্ৰত আকৌ এনে ধৰণে আছে—

'শ্ৰীশ্ৰীনাৰিৰ মন্ত্ৰ– শ্ৰীকৃষ্ণয়ে নমো। X॥

শ্ৰীচৈতন্য গুৰুৰ চৰনত অপৰাধ মাগিচু। খুভাৰ কাটি নয়খান কৰু। খুভৰিৰ ছুই নায়। বাসুকিৰ নাগত আকিয়া থৈলা মুণ্ডগোট আকাসত গৈলা। সনিচাৰৰ চক্ৰত ভৈলা। মাঝগিৰিৰ মধ্যত ভৈলা। খলাপিঠা আথৈ খাইবাক লৈলা। মাটাৰায় নিয়া পাতৰায় খাৰু। কাটুৰয়া কটাৰি হোকাবে হোকাৰ। খুত খুত নিঝাৰি কৰিলু পানি / কোন বেলা উপজিলা নাৰি / কোন বেলা ভৈলা থিতি / ব্ৰহ্মায়ে স্ৰজিলা কি কাৰণতেই পলাইলি সোনকালে। মাশা মাশা বেইচানাৰি ৰাখাকিথি ৰৈয়া। কি কাৰণে বেইচা নাৰি থানত ৰখিলি। মাৰ নাই বাপা নাই গৰ্ভে ভৈলা থিতি। চন্দ্ৰ দিবাকৰৰ লাগি পৰপুৰুষত প্ৰীতি"।*

সকলো মন্ত্ৰই আদিতে পদ্যত ৰচনা কৰা হৈছিল বুলি বহুতে অনুমান কৰে। শেষলৈ মুখ বাগৰি বাগৰি ই গদ্য-পদ্য ৰূপ লয়। কথাগুৰু-চৰিতৰো এনেধৰণে উল্লেখ আছে আৰু শব্দ অক্ষৰ শক্তি নমাই গদ্য কৰিলে। 'খগচৰ নগধৰ' আ-কাৰ, ই-কাৰ নাই, শুদ্ধ।" আকৌ সুশীল কুমাৰ দেই 'History of Bengali Literature in the 19th Century'ত অসমীয়া মন্ত্ৰসাহিত্যৰ লগত বঙালী মন্ত্ৰসাহিত্য শূণ্য পুৰাণৰ লগত থকা মিল আৰু ইয়াৰ ভাষাগত বৈচিত্ৰ্য সম্বন্ধে লিখিলে— "The symmetry of the lines, turns of phrases peculiar to verse, the refrain-like repetation of sentences, the very frequent intrusion of half-staves or full verse lines capable of accurate scansion, occasional occurarce of end-rhymes and lastly, the muffled under-hum of verse-rhythem throughout all indicate that the passage, in close approach to the rhythem and turn of poetry, was meant, if it is prose at all, to be chanted with

---

* পুৰণি হাতেলিখা পুথিৰপৰা লোৱা বাবে দুই চাৰিটা শব্দ সম্পূৰ্ণকৈ ধৰিব পৰা নাই। গতিকে দুই এটা ভুল হৈ যাব পাৰে।

the verses to which it was only an appendage." সকলো মন্ত্ৰই সাহিত্যিক গুণ বিবৰ্জিত নহয়। কিছুমান মন্ত্ৰত বৈষ্ণৱ কবিৰ কাব্যিক সৌন্দৰ্য্য স্পষ্টভাৱে লক্ষ্য কৰিব পাৰি। মন্ত্ৰবোৰৰ ধ্বনি কাব্যিক যদিও গদ্যসাহিত্যৰ প্ৰকৃতিও ইয়াৰ মাজত অনুভূত হয়।

বসি আছে পূৰ্ণ ব্ৰহ্ম অনন্ত শয্যাত হাজাৰে স্তম্ভ প্ৰকাশে ফটিকৰ / উৎকৃষ্ট বহল ঘৰ জলি সুবৰ্ণৰ / বিযাল্লিশ কোটি চন্দ্ৰতাপ আৰি আছে ওপৰত / জিলিমিলি পেচন্দৰ দেখিতে সুন্দৰ / যেন ৰূপে আছে বেদে অন্তক নপাই / শ্ৰীকৃষ্ণযে নমঃ, ধনন্তৰাযে নমঃ।
পক্ষীৰাজ মন্ত্রে পাচে পুত্ৰ ভৈলা / উপজিলা যৈসানি ব্ৰহ্ম সৃষ্টি কৰিলা সৃষ্টি মধ্যে পক্ষীৰাজ উপজিলা / সাতো স্বৰ্গ ব্যপিবাক লৈলা ব্ৰহ্মাৰ সৃষ্টিত লাগিল ছবি / ত্ৰিদশে বোলে যাও কোন পুৰী / কালবৰ্ণ পক্ষী দেখন্ত অতি ডৰ / চক্ষুদ্বয় দেখন্ত যেন অগ্নি বৰণৰ / ঠোঁট গোট দেখি হেঙুলৰ বৰ্ণ / বজ্ৰ নখৰ থাবে থৰহৰি কম্প / যেন্নে পক্ষীৰাজ হেই আছে / অসংখ্য দেবক দেখিলা পাছে। [ পক্ষীৰাজ মন্ত্ৰ ]

ভাব আৰু ভাষাৰ দিশৰপৰা অবাৰ্চীন বোধহোৱা কিছু মন্ত্ৰ এনেধৰণে পোৱা গৈছে— চাৰি পুখুৰী নিচল পানী / তাত বাঢিছে কামাখ্যাৰ ৰাণী, ৰাণী বোলন্তক আমুকীক চুলিত ধৰিযা আনিয়োক/ শেন হেন উৰিবি, কপৌ হেন উৰিব / আমুকাক নেদেখিলে আমুকীক পুৰি মাৰিবি / এইবোৰ বাক্য যদি কৰ লৰচৰ ব্ৰহ্মাৰ চক্ৰত পৰি মৰ।

যি সময়ত এই মন্ত্ৰ-তন্ত্ৰৰ পুথিবোৰ ৰচনা কৰা হৈছিল সেই সময়ত জাতীয সাহিত্যৰ ভঁৰাল চহকী কৰিবলৈ ৰচনা কৰা হোৱা নাছিল। তথাপিও এইশ্ৰেণী সাহিত্য একেবাৰে সাহিত্যিক গুণ বিবৰ্জিত নহয। সাহিত্যত থকা শৃঙ্গাৰ, বীৰ, হাস্য, করুণ, অদ্ভুত আদি বিভিন্ন ৰসৰ সঞ্চাৰ কৰি এই মন্ত্ৰবোৰ জনসাধাৰণৰ মনোগ্ৰাহী কৰিবলৈ যত্ন কৰা হৈছে।

সমালোচক ডঃ উইণ্টাৰে মন্ত্ৰসাহিত্যবোৰক popular poetry বুলি কৈছে যদিও কবিতাৰ ভিতৰতে সোমাই থকা ইয়াৰ গদ্যৰ ৰূপটোকো তেওঁ অস্বীকাৰ কৰা নাই। এইশ্ৰেণী সাহিত্যৰ পৰিসীমা বৰ বহল। হিন্দু মুছলমান আৰু পৰ্ব্বত ভৈয়ামৰ নানা জাতি উপ-জাতিৰ মানুহৰ এইশ্ৰেণী সাহিত্যৰ প্ৰতি বিশ্বাস থকাৰ কাৰণে ই বহু ভাষা-ভাষীৰ মানুহৰ মিলনৰ সাঁকো হিচাপে কাম কৰি আহিছে।

ভাষা সাহিত্যৰ সমালোচক সকলে প্ৰকৃত গদ্যৰ স্বৰূপ সম্বন্ধে যিমানবোৰ নীতি নিৰ্দ্ধাৰণ কৰিছে অসমীয়া মন্ত্ৰসাহিত্যৰ মাজত ইযাৰ বহুলাংশকেই বিচাৰি পোৱা নাযাব কাৰণ অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত মন্ত্ৰসাহিত্যৰ গদ্য আছিল তেনেই অপৈণত। বহুসংখ্যক সমালোচকে মন্ত্ৰসাহিত্যত থকা ভাষাগত বৈশিষ্ট্য বিচাৰ কৰি ইয়াক গদ্যৰ ভিতৰলৈ আনিবই খোজা নাই। কিছুমানে আকৌ মন্ত্ৰৰ মাজত গদ্যসাহিত্যৰ প্ৰতিকৃতি এটাহে দেখা পাইছে। পিচৰ যুগত অসমীয়া সাহিত্যৰ ক্ৰমবিকাশত এই মন্ত্ৰৰ গদ্যই কিবা অৰিহণা যোগাব পাৰিছেনে নাই সিও বিচাৰ্য বিষয়।



# অঙ্কীয়া নাটৰ গদ্য

## [ খৃঃ ষোড়শ, সপ্তদশ শতিকা ]

খৃষ্টীয় পঞ্চদশ শতিকাৰ পৰা সপ্তদশ, অষ্টাদশ শতিকালৈ অসমত যি ভক্তি আন্দোলনৰ জন্ম আৰু বিকাশ হৈছিল তাৰ প্ৰচাৰ মাধ্যমৰূপে কাম কৰিছিল ভক্তি সাহিত্যবোৰে। অসমত নব্য-বৈষ্ণৱ আন্দোলনক কেন্দ্ৰ কৰি জন্ম পোৱা ভক্তি সাহিত্যবোৰৰ প্ৰথম আৰু প্ৰধান স্ৰষ্টা হ'ল মহাপুৰুষ শঙ্কৰদেৱ। তেওঁৰ ধৰ্ম প্ৰচাৰ আৰু সাহিত্য সৃষ্টিৰ আদি ভাগত অনেক পদ, পয়াৰ, ছন্দ, ভটিমাৰে উপচাই দিলে অসমীয়া সাহিত্যৰ ভঁড়াল। তেওঁৰ ভক্তিধৰ্ম আৰু ভক্তিসাহিত্যৰ সৃষ্টিত প্ৰধান সহায়ক হ'ল তেওঁৰেই প্ৰিয় শিষ্য মাধৱদেৱ। শঙ্কৰদেৱৰ আগেয়েও অসমত বিভিন্ন সাহিত্যৰ জন্ম হৈছিল। সেইবোৰ আছিল কাব্যধৰ্মী। কিন্তু দৈনন্দিন জীৱনত সদায় ব্যৱহাৰ হোৱা ভাষাক বাদ দি এটা কাব্যিক ভাষাই ব্যক্তি আৰু সমাজৰ জীৱনবোধৰ সঠিক প্ৰমূল্য দিব নোৱাৰে। সেয়ে ইমানবোৰ গীত, পদ, পয়াৰ, ছন্দ ৰচনা কৰাৰ পিচতো শঙ্কৰদেৱে জনসাধাৰণৰ কথিত ভাষাৰে সাহিত্য সৃষ্টিত মনোনিবেশ কৰিলে। তাৰ ফলস্বৰূপে সৃষ্টি হ'ল এলানি অঙ্কীয়া নাটৰ। এই নাটসমূহৰ ভাষা গদ্য বুলি কোৱা হৈছে, ই কিমানদূৰ গদ্য আৰু কিমানদূৰ পদ্য হৈয়ে থাকিল সি বিচাৰ্য বিষয়।

শঙ্কৰদেৱ, মাধৱদেৱৰ অঙ্কীয়া নাটসমূহৰ শ্লোক, গীত, ভটিমা আৰু চৰিত্ৰৰ মুখৰ সংলাপৰ ভিতৰত অকল শ্লোকখিনি সংস্কৃতত লিখা হৈছে বাকীবোৰ ব্ৰজাৱলী ভাষাত দিয়া। এই ব্ৰজাবলী ভাষাৰ ঐতিহ্য, বিকাশ, গঠন আৰু বৈশিষ্ট্য সম্বন্ধে বিচাৰ কৰি চালে দেখা যায় যে শঙ্কৰদেৱৰ আগেয়ে এই ভাষা অসমত কোনেও ব্যৱহাৰ

কৰা নাছিল। শঙ্কৰদেৱৰ ৰচিত 'ৰুক্মিণী হৰণ' নাটৰ পাতনিত অধ্যাপক অম্বিকা বৰা ডাঙৰীয়াই লিখিছিল নাটবোৰৰ ভাষা বিশেষকৈ মন কৰিবলগীয়া। যোল্ল শতিকাৰ ভাষাৰ লগত অৱশ্যে বৰ্ত্তমান ভাষাৰ কিছু অমিল থাকিবই, কিন্তু এই নাটবিলাকৰ ভাষাৰ লগত আমাৰ বৰ্ত্তমান ভাষাৰ অমিল বৰ বেছি। ইয়াৰ কাৰণ নাটবিলাকত সেই সময়ৰ আমাৰ ভাষাৰ লগত ভাৰতবৰ্ষত ব্ৰজাৱলী বুলি যি এটা কৃত্ৰিম ভাষা আছে তাকে বহুল পৰিমাণে মিলোৱা হৈছে।" এই কথাৰ পৰাও বুজাই যে ব্ৰজাৱলী ভাষা অকল শঙ্কৰদেৱেই তেওঁৰ নাটত ব্যৱহাৰ কৰা নাছিল। শঙ্কৰদেৱৰ সমসাময়িক ভাবে বা তাৰ কিছু আগে-পিছে বঙ্গ উৰিষ্যা বিহাৰ, উত্তৰ ভাৰতৰ বহু ঠাই, এনেকি নেপালতো ব্ৰজাৱলী ভাষাৰ ব্যৱহাৰ আছিল। মিথিলাৰ বৈষ্ণৱ কবি বিদ্যাপতি আদিৰ দোহাবোৰে বৈষ্ণৱ ভাবাদৰ্শৰ প্ৰতি অনুৰাগ থকা সকলো মানুহকে আকৃষ্ট কৰিছিল আৰু সেই সেই ঠাইৰ বহু লোকে এই লিখকসকলৰ দোহাবোৰ গাওঁবাইছিল।

ব্ৰজাৱলী বা ব্ৰজবুলি শব্দৰ ঐতিহ্য আৰু ব্যৱহাৰৰ নিদৰ্শন সম্বন্ধেও বহুজনৰ মতভেদ আছে। ড ভূপেন্দ্ৰ ৰায় চৌধুৰীয়ে 'ব্ৰজবুলি সাহিত্য মুকুৰ' গ্ৰন্থত উল্লেখ কৰিছে বৈষ্ণৱ সাহিত্যৰ যশস্বী পণ্ডিত ড কৃষ্ণ নাৰায়ণ প্ৰসাদ মাগধে তেওঁৰ শঙ্কৰদেৱ সাহিত্যকাৰ ঔৰ বিচাৰক গ্ৰন্থত ব্ৰজবুলি শব্দৰ ওপৰত বিভিন্ন পণ্ডিতে দিয়া মতবোৰ চালিজাৰি চাই এই সিদ্ধান্তত উপনীত হৈছে—

(১) ব্ৰজবুলি নামেৰে পৰিচিত ভাষাৰ প্ৰাচীন আৰু অসমৰ জনমানসত ব্যপুৰূপেই হৈছে ব্ৰজাৱলী।

(২) ব্ৰজাৱলী শব্দৰ প্ৰচলন সম্ভৱত মাধৱদেৱৰ সময়ৰ পৰা আৰম্ভ হৈছে।

(৩) মাধৱদেৱৰ সময়ত যেতিয়া সত্ৰবোৰ সুশৃঙ্খলিত হৈ পৰিছিল তাৰ লগে লগে ব্ৰজাৱলী শব্দও সত্ৰীয়াসকলৰ মাজত প্ৰচলিত হৈ পৰাতো অসম্ভৱ নহয়।'

ডঃ মাগধে বঙ্গদেশ আৰু উৰিষ্যাত প্ৰচলিত ব্ৰজবুলিৰ লগত অসমৰ প্ৰচলিত ব্ৰজাৱলী যে ভিন্ন নহয় তাক যুক্তি দি কৈছে—"ব্ৰজবুলি আৰু ব্ৰজাৱলী যে ভিন্ন নহয় সেই কথা প্ৰতিপন্ন হয়। অসমৰ কেইবা গৰাকীও পণ্ডিতে এই দুই শব্দৰ অভিন্নতা সম্বন্ধে মত প্ৰকাশ কৰা দেখা যায়। স্বৰূপাৰ্থত বঙ্গ, উৰিষ্যাৰ ব্ৰজবুলিতকৈ অসমৰ ব্ৰজাৱলী ভিন্ন নহয়—সমাৰ্থক।"

এইখিনিতে উল্লেখ কৰা ভাল যে বৰ্ত্তমানে ব্ৰজধামত ( বৰ্ত্তমান মথুৰা অঞ্চল ) প্ৰচলিত ব্ৰজভাষা আৰু অসমৰ ব্ৰজাৱলী একে নহয়। অৱশ্যে কৃষ্ণলীলা বিষয়ক বহু কথা আৰু ব্ৰজ ভাষাত প্ৰয়োগ হোৱা বহু শব্দ ব্ৰজাৱলীৰ মাজত সোমাই থকা দেখা যায়। ডঃ মাগধে দুয়ো ভাষাৰ পাৰ্থক্য এনেধৰণে দিছে— "ব্ৰজাৱলী আৰু ব্ৰজভাষা দুয়োৰো বিকাশ শৌৰসেনীৰ পৰা হলেও ব্ৰজাৱলী ব্ৰজভাষা নহয়, যিদৰে পিঙ্গল ব্ৰজভাষা নহয়। কিন্তু ভাষাতত্ত্বৰ দৃষ্টিত ব্ৰজাৱলী আৰু ব্ৰজভাষাৰ সম্বন্ধ অতি ঘনিষ্ঠ। বৰং এইদৰে ক'ব পাৰি যে ভাষাতত্ত্বৰ দৃষ্টিত ব্ৰজাৱলীৰ সম্বন্ধ অসমীয়া, বঙলা, উৰীয়া ইত্যাদি-তকৈও ব্ৰজভাষাৰ লৈতে অধিক। সেই কাৰণে ইয়াক ব্ৰজভাষাৰ এক ৰূপ বুলিও ক ব পৰা যায়।" [ ব্ৰজবুলি সাহিত্য মুকুৰ ৪ পৃষ্ঠা ]

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে ব্ৰজাৱলী ভাষাৰ উৎপত্তি সম্বন্ধে মন্তব্য কৰিছে-।"ব্ৰজাৱলী মূলতে মৈথিলী ভাষাৰ পৰা উদ্ভৱ হলেও ই অসমীয়া কবিৰ হাতত আৰু অসমীয়া ভাষা সাহিত্যৰ আশ্ৰয়ত পুষ্ট আৰু পৰিবৰ্দ্ধিত হৈছে দেখি ইয়াক অসমীয়া উপভাষা বুলিব পাৰি। মধ্যযুগত অসমীয়া শিক্ষাৰ্থীসকল উত্তৰ ভাৰতৰ নানা শিক্ষা কেন্দ্ৰলৈ শিক্ষাৰ নিমিত্তে গৈছিল। সেই সময়ত মিথিলাও এটা লেখত লবলগীয়া শিক্ষা কেন্দ্ৰ আছিল। তালৈ যোৱা ছাত্ৰ আৰু ধৰ্মপিপাসু লোকসকলে অন্যান্য শাস্ত্ৰৰ লগত বিদ্যাপতি আদি মিথিলাৰ কবিসকলৰ দোহাবিলাক কণ্ঠস্থ কৰিছিল। মিথিলা কবিৰ গীতসমূহ সেই যুগত উত্তৰ ভাৰতৰ সকলো ঠাইতে সমাদৃত হৈছিল এই নিমিত্তেই

অসমীয়া কবিও ভঙা মৈথিলী ভাষাত আৰু এই গীতৰ অনুকৰণত গীত আৰু পদাৱলী ৰচনা কৰিবলৈ লৈছিল। সেই ভঙা মৈথিলীয়েই ব্ৰজাৱলীৰ আদিৰূপ।" [ অসমীয়া কথা সাহিত্য ]

ডঃ গ্ৰীয়াৰ্ছনে এই ব্ৰজাৱলীক এক বৰ্ণশংকৰ ভাষা বুলি কৈছে। মিথিলাৰ বিদ্যাপতিৰ আৰ্হিতেই সংস্কৃত আৰু অসমীয়া শব্দৰ সংযোগত এই ভাষাটোৰ জন্ম হৈছিল বুলি সকলো সমালোচক আৰু ভাষাবিদ একমত। কিন্তু এইখিনিতে এটা প্ৰশ্নৰ উদয় হয় যে মিথিলাৰ পণ্ডিত বিদ্যাপতিয়ে তেওঁৰ পৰা প্ৰায় চাৰিশ মাইল দূৰত ব্ৰজভূমিৰ ভাষাৰ আদৰ্শ কিয় গ্ৰহণ কৰিলে? ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে "এই কৃত্ৰিম ভাষাৰ লগত এক প্ৰকাৰৰ ধাৰ্মিক অনুভূতি সংযুক্ত হৈ আছে। কাৰণ এই ভাষাৰ পৰম্পৰা অনুসৰি ব্ৰজৰ (বৃন্দাবন) ভাষা বুলি ধৰি লোৱা হয়, যি ভাষাত কৃষ্ণ আৰু গোপীসকলে কথা পাতিছিল। গতিকে সম্পূৰ্ণ অভিব্যক্ত কৰিব পৰা এই প্ৰাচীন ভাষাক প্ৰয়োজন সিদ্ধিৰ মাধ্যম কৰা হ'ল, যি আন সাধাৰণ ভাষাৰ দ্বাৰা সম্ভৱ নহয় আৰু ইয়ে তৎকালীন বৈষ্ণৱ ধৰ্মৰ পৰিবেশ ৰচনা কৰিলে।"
[ অসমীয়া কথা সাহিত্য ]

বৌদ্ধধৰ্ম প্ৰচাৰৰ বাবে পালি ভাষাৰ যি ধৰণে আবিৰ্ভাৱ হৈছিল বৈষ্ণৱধৰ্ম প্ৰচাৰৰ বাবে ব্ৰজাৱলী ভাষাৰ সৃষ্টি হোৱা বুলি এই ভাষাটোক এটা 'কৃত্ৰিম উপভাষা' বুলি বহুতে ক'ব খোজে। এইক্ষেত্ৰত ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ মত এনেধৰণৰ "ব্ৰজাৱলী প্ৰাকৃত প্ৰভাৱৰ পৰা জন্ম পোৱা বঙলাৰ ৰূপভেদ নহয় ই মৈথিলী আৰু বঙলা সংমিশ্ৰণত সৃষ্টি হোৱা এক অত্যন্ত মধুৰ আৰু কৃত্ৰিম ভাষা।" আকৌ ডঃ সেনে ইয়াক "সৰ্ব্ব ভাৰতীয় সাধুভাষা" বুলি কৈ ব্ৰজাৱলীৰ কৃত্ৰিমতা আৰু আঞ্চলিকতাক খণ্ডিত কৰাও দেখা গৈছে।

অসমীয়া সাহিত্যৰ স্বনামধন্য ভাষাবিদ ৺কালিৰাম মেধি ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ৺ডিম্বেশ্বৰ নেওগ, ডঃ উপেন্দ্ৰনাথ গোস্বামী

আদিয়ে নিৰপেক্ষভাৱে বিচাৰ কৰি চাই ইয়াৰ ওপৰত কৃত্তিমতাৰ গোন্ধ অলপো পোৱা নাই। বৰং এই ভাষাবিদ সকলে ব্ৰজাৱলী ভাষাক ৰাষ্ট্ৰীয় মৰ্যদা পাব পৰা এক সুসংহত, সু-প্ৰতিষ্ঠিত স্বকীয় ভাষা বুলিহে/অভিহিত কৰিছে।' ডঃ মাগধৰ ভাষাত "ই হৈছে সমকালীন উত্তৰ ভাৰতৰ আদৰ্শ কাব্য ভাষাৰ অঙ্গ স্বৰূপা"। ভাষা-টোৰ সৰ্ব্বাঙ্গীন সুন্দৰ আৰু ক্ৰমবিকাশৰ বাবে বিজ্ঞান সম্মত অধ্যায়ন আৰু গৱেষণাৰ স্থল আছে।

ব্ৰজাৱলী ভাষাৰ এই ঐতিহাসিক দিশটোৰ পিচত অসমীয়া গদ্য হিচাপে ইয়াৰ বৈশিষ্ট্যবোৰ আলোচনা কৰি চোৱা হওঁক। এনে আলোচনাৰ বাবে শঙ্কৰদেৱ, মাধৱদেৱ আৰু তেওঁলোকৰ পিচৰ ব্ৰজাৱলী গদ্যৰ অংশবিশেষ লৈ আলোচনা কৰি চাব পাৰোঁ। প্ৰথমতে শঙ্কৰদেৱৰ 'কালীয় দমন' নাটৰ পৰা অংশ বিশেষ লোৱা হওঁক—

"সূত্ৰ—ঐছন পৰম সন্তাপে বিলাপ কৰি গোপালক খোজ-গোড়ি যাহিতে গোপ-গোপী সহিতে, নন্দ-যশোদা হ্ৰদক তীৰ পাৱল। বিদূৰতে দেখল গোপ শিশুসব হ্ৰদক নিৰেখি আবাৱে ক্ৰন্দন কৰৈছে। তাক দেখি পৰম আকুল ভাবে লৱৰি যাই দেখল। কি ভয়ঙ্কৰ সৰ্পক বন্ধে পড়ি শ্ৰীকৃষ্ণক মৃতকভাৱে ৰহৈছে, চক্ষুত নিমেষ নাহি, দৰ্শন নিষ্প্ৰাণ নাসাত বায়ু খেলে নাহি। তাহেক পেখি, গোপ-গোপীক ধাতু অন্তৰীক্ষ ভেল। হা কৃষ্ণ, হা কৃষ্ণ বোলি, পৰম উৰ্ম্মি কএ ক্ৰন্দন কৰিতে লাগল। নন্দো-যশোদা মৃতক পুত্ৰক মুখ নিৰেখি প্ৰাণ অন্তৰীক্ষে দিশ দশ আন্ধাৰি পেখি, শোক ধমকে মূৰ্চ্ছিত হুয়া পৰি ৰহল।"

ইয়াৰ পিচত মাধবদেৱৰ 'অৰ্জ্জুন ভঞ্জন' নাটৰ অংশ বিশেষ আলোচনাৰ বাবে লোৱা হওক— "যশোদা—আছে বুঢ়িয়া কাঁহৈৰ আগে ঐছন ৰাগ দেখাৱত তোহাৰি ভাৱনা চুৰ কৰব। তোঁহ হামাৰি ৰাখোৱাল। নিশাভাগে উঠিয়ে কলস কড়িয়ে ধাঞা কাঁ শিকিয়া বুড়িয়া কান্ধে কৰিয়ে মলিন বসন পৰিয়ে গোঠক চলবি, বৈছু বাধিবি,

গাই দুইহেবি, দধিক ভাৰ বহিবি। হামু কনকটা ঝলকটা যে যে বস্তু দেয়ত্ তাহেক ভোজন কৰিবি। তুহু গৃহৰ কোন অধিকাৰ থিক। ইয়াৰ ভাল মণ্ড তুহু কি জানহ। হামে গৃহেৰ গৃহিনী সব অধিকাৰ হামাৰ। আহে বুঢ়িযা, তোহাক কে পুচত, ছি, হামাক মাৰিতে আয়ল।”

মাধবদেৱৰ পিচৰ নাট্যকাৰ দেত্যাৰি ঠাকুৰৰ নৃসিংহ যাত্ৰা ৰ পৰা অংশবিশেষ আনি আলোচনা কৰি চোৱা হওক—

।। প্ৰহ্লাদ বোল।। হে বালকসব নাৰদক জ্ঞান লাগ পায়লো তা শুনহু। হামাৰ পিতৃ তপস্যাক গেল শুনিয়ে দৈত্যাগণ ভযহুয়া পলায়ল ইন্দ্ৰে হামাৰ মাতৃক ধৰি আপোন স্থানে নিয়া জাই সোহি সময়ে নাৰদে পাই ইন্দ্ৰক উপদেস বোলল নাৰদক বাক্যে ইন্দ্ৰে মাতৃক চোড়ি আপুন থানে গেলহু, কৃপাময় নাৰদ মাতৃক আশ্ৰমে থৈয়া জ্ঞান উপদেশ দেলহু”

শঙ্কৰদেৱ মাধবদেৱৰ মৃত্যুৰ পিচত সত্ৰৰ সংখ্যা বাঢ়িল লগতে বাঢ়িল অসমীয়া নাটৰ সংখ্যা। ৰাজদৰবাৰতো অসমীযা নাটৰ সমাদৰ বাঢ়িল। ফলস্বৰূপে অনেক অসমীযা নাটৰ সৃষ্টি হ’ল। নাটবোৰত ব্যৱহাৰ কৰা ব্ৰজাবুলী গদ্যৰ গাঠনি উপযুক্ত শব্দৰ প্ৰয়োগ বিষয় বস্তু আৰু ভাষা প্ৰয়োগৰ স্বাভাৱিকতা যথেষ্ট পৰিমাণে শিথিল গতিত আগবাঢ়িল। এই শ্ৰেণীৰ নাটবোৰত আগৰ নাটত প্ৰয়োগ হোৱা তৎসম শব্দ আৰু ব্ৰজাবুলী শব্দৰ প্ৰয়োগ সীমিতভাৱে হব ধৰিলে। তাৰ ঠাইত ঘৰুৱা আৰু কথিত শব্দৰ প্ৰয়োগ বহুল পৰিমাণে হব ধৰিলে। লগতে শঙ্কৰ মাধৱে ব্যৱহাৰ কৰা ব্ৰজাবুলী ভাষাৰ সৌষ্ঠৱ আৰু অঙ্কীয়া গাম্ভীৰ্য্যতা বহু পৰিমাণে লাঘৱ হ’ল।

অঙ্কীযা নাটৰ গদ্যশৈলীৰ বিচাৰ কৰোতে ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে কৰা মন্তব্য এটা এইখিনিতে উল্লেখ কৰিব পাৰি। “অঙ্কীয়া নাটে অকল গঠন ৰীতিতে সংস্কৃত নাটৰ আৰ্হি লোৱা নাছিল বিষয়বস্তুও সংস্কৃতমূলক। এই দুই কাৰণতে অসমীয়া নাটকৰ কথাত

বহু পৰিমাণে সংস্কৃত প্ৰভাৱ পৰিলক্ষিত হৈছে। ...... ...... ......নাটৰ গদ্যত বহু পৰিমাণে তৎসম শব্দ ব্যৱহাৰ হৈছে। যেনে—ইতি জাতা সবে সাৱধানে থাক: পুনঃ সূত্ৰধাৰঃ আকাশে কৰ্ণং দত্বা সজীক বোল, দৈৱকী পুত্ৰ নহি নহি: স্বকী স্বকী স্থান: মত্ত মাতঙ্গ ভদ্ৰৎ' ইতি সঙ্গী নিষ্ক্ৰান্ত: তদন্তৰম, অপিচ তন্নিমিত্ত, গৃহৰ, ললিতাঞ্জন" ইত্যাদি।

[ অসমীয়া কথা সাহিত্য ]

অঙ্কীয়া নাটৰ শব্দ সম্ভাৰ আৰু বিষয়বস্তুৰ ওপৰত সংস্কৃত নাটৰ পোনপটীয়া প্ৰভাৱ আছে যদিও আন আন ভাষাৰ শব্দও নাটবোৰৰ ওপৰত নপৰাকৈ থকা নাই। সুদূৰ ষোল্ল শতিকাত অসমলৈ বিদেশীলোকৰ প্ৰব্ৰজন বিশেষ ধৰণে হোৱা নাছিল যদিও তেতিয়াই অঙ্কীয়া নাটৰ ভাষাত আৰবী আৰু পাৰ্চীমূলীয় শব্দৰ কিছু পৰিমাণে প্ৰয়োগ হোৱা দেখা যায়। যেনে—দালানি মহল, আতৰ, গুলাব, পাঠান, কলিশ ইত্যাদি। অৱশ্যে অঙ্কীয়া নাটত এনে বিদেশী শব্দবোৰৰ প্ৰযোগ ষোড়শ শতিকাতে ঘটিছিল নে পিচৰ অষ্টাদশ শতিকামানহে অঙ্কীয়া নাটৰ নতুন সঙ্কলনত সোমাই পৰিছিল তাকো বিচাৰ কৰি চাবলগীয়া।

অঙ্কীযা নাটৰ প্ৰকৃতি আৰু ভাষাত থকা কাব্যধৰ্মীতালৈ লক্ষ্য কৰি কিছুসংখ্যক সমালোচকে নাটসমূহত গদ্যতকৈ গদ্যৰ লক্ষণহে বেছি দেখিছে। ড: বিৰিঞ্চি কুমাৰ বৰুৱাই "অঙ্কীয়া নাট আকৃতিৰ বিচাৰত নাটক আৰু প্ৰকৃতিৰ বিচাৰত কাব্য" বুলি মন্তব্য কৰিছে। তেখেতৰ মতে নাটবোৰৰ কথোপকোথনৰ মাজতো সুৰৰ সংযোজন ঘটিছে। নাটসমূহৰ ভাষা গীতি প্ৰধান। বাস্তৱ জীৱনত কোনোৱে নোকোৱা ধৰণে ইয়াৰ চৰিত্ৰবোৰ মঞ্চলৈ নাচি নাচি আহি ঢোল, খোলৰ লগত সঙ্গতি ৰাখি সুৰ ধৰি ধৰি কথা কয়। এনে নামৰ কাব্য বা পদ-পুথিৰপৰা নাটকীয গদ্যলৈ অনুবাদ কৰা কাৰণেও নাটত কাব্যধৰ্মীতা থাকি যাব পাৰে বুলি সমালোচক সকলে মন্তব্য কৰিছে আনহাতে অঙ্কীয়া নাটৰ সৃষ্টিত স্থানীয় লোকনাট, ওজাপালি আৰু

পুতলা নাচৰ প্ৰভাৱ আছে বাবেও ইয়াৰ গদ্যই পুতলা নচুৱাওতে গোৱা গীতৰ সুৰ আৰু ওজাপালিৰে গোৱা গীতৰ সুৰ অলক্ষিতভাৱে গ্ৰহণ কৰিব পাৰে বুলি ভবাটো ভুল নোহোৱা হ'ব।

অঙ্কীয়া নাটৰ কিছুমান সংলাপত অন্ত্যানুপ্ৰাস আৰু বাক্যৰ শেষ ধ্বনিৰ ইমান মিল আছে যে সংলাপবোৰ আওৰাই গলে গদ্যতকৈ পদ্যৰ সুৰ বা ধ্বনিৰ লগতহে বেছি মিল থকা যেন লাগে। যেনে—

শ্ৰীকৃষ্ণ ৰুক্মিনীক ভকতি বশ্য হুয়া বিবিধ বিহাৰ মৈচন খেলা লীলা কেলি কৌতুক কৰিয়ে ৰাজকুমাৰীক পৰম মনোৰথ পূৰল। সে নৃপনন্দিনীক মহা মহোদয় মিলল। জগতক পৰম ভক্ত নাৰায়ণ ভনিকৰ পৰম সৌভাগিনী ভেল। নব তৰুণী পদ্মিনী শত সহস্ৰ পাৱল। ইন্দ্ৰক যত সম্পত্তি নিজ মন্দিৰে মিলল। শ্ৰীকৃষ্ণৰ চৰণ পঙ্কজ পৰমানন্দে পৰিচাৰ্য্যকয়ে সৰ্ব্বথা ৰহল। [ ৰুক্মিণী হৰণ ]

ইয়াত ল অন্ত্যধ্বনি ভিন্নৰূপে বাৰে বাৰে ব্যৱহাৰ হৈছে। এনে অন্ত্যানুপ্ৰাস ধ্বনি থকা বাক্য গদ্যতকৈ পদ্যৰ বাবেহে বেছি উপযোগী।

ব্ৰজাৱলী গদ্যৰ আটাইতকৈ আকৰ্ষণীয় দিশ হ'ল চুটি চুটি বাক্য ৰীতিয়ে বঢ়োৱা নাটকীয় মাধুৰ্য্য। যেনে— ওহি চান্দ বদনক কাহেকো নিআ দেলো? হামাৰ পুত্ৰক কে নিআ যাই? গোধূলি আজু বংশী বজাই কে ব্ৰজক যাৱব? কি ভেলি আজু ঐ দেৱি বাপ? আকো— আজু পিতৃ মাতৃ গোপ গোপীসব কি কাৰণে চায়? বহু বহু কিছো চিন্তা নাহি। তুহু সব কিছো জানএ নাহি। অহি দুষ্ট সৰ্পক দণ্ড কৰিএ এখনিহুঁ খেদাআ শ্ৰীকৃষ্ণ ঐক্ষণ আৱব। তোহ সব কৌতুক দেখ বেঠি ৰহ। [ কালিয় দমন ]

ব্ৰজাৱলী গদ্যৰ বাক্য ৰীতিৰ মন কৰিবলগীয়া আন এটা দিশ হ'ল ইয়াৰ আকৰ্ষণীয় কথোপকথন ৰীতি। যেনে শচী— অয়ে সত্য ভামা তোহাৰি স্বামী মাধৱক কথা সব হামু জানি। ওহি পেশী বৈ প্ৰাণ গোপাল। ওনিকৰ আগু গোকুলৰ স্ত্ৰী নাহি ৰহল। দেখো কংসৰ দাসী কুব্জী তাহেক হাত এৰাৱল নাহি। তাহেৰ আৰু কি কহব?

সত্যভামা—অয়ে ইন্দ্রাণী, জগতক পৰম শুদ্ধ হয়াৰি স্বামী। যাহাৰ নাম স্মৰণে মহা মহা পাপীসব সংসাৰ নিস্তাৰে তাহেক অহয়ে নিন্দা কৰহ? অয়ে নিলাজী, মৰিতে নাজানাসু। [পাৰিজাত হৰণ]

অঙ্কীয়া নাটৰ গদ্য প্ৰাকৃত প্ৰভাৱৰ পৰাও মুক্ত নহয়। গদ্যত থকা সঙ্গীতৰ সুৰটোৰ বাবে প্ৰাকৃতৰ দৰে ইয়াতো পদান্তৰ স্বৰধ্বনি উচ্চাৰিত হৈছে। ঋ কাৰৰ ঠাইত শুদ্ধ স্বৰধ্বনি নাইবা ৰ যুক্ত স্বৰধ্বনি উচ্চাৰিত হৈছে যেনে— ঘৰিণী ∠ গৃহিণী মাই ∠ মাতৃ আদি।

অঙ্কীয়া নাটৰ গদ্যশৈলী সম্বন্ধে মৈথিলী পণ্ডিত ড শৈলেন মোহন ঝাই মন্তব্য কৰিছে— শৈলীগত দৃষ্টিৰে মিথিলাৰ নাটকৰ লগত সমধৰ্মীতা ৰাখিও অঙ্কীয়া নাটৰ গদ্যৰ স্বকীয়া বিশেষত্ব আছে। ইয়াৰ কথোপকোথনত কিঞ্চিৎমানো সংস্কৃতৰ ব্যৱহাৰ নাই। তাৰ ঠাইত অসমীয়াৰ দ্বাৰা প্ৰভাৱিত মৈথিলী গদ্য আছে।

সমালোচক ডিম্বেশ্বৰ নেওগে— বিদ্যাপতি বা মৈথিলী প্ৰভাৱ অসমীয়া বৈষ্ণৱ সাহিত্যৰ মাখিছালৰ তলৈলৈ যোৱা নাই বুলি কৈছে। অঙ্কীয়া নাটৰ গদ্যই কৰা ডাঙৰ কামটো হ'ল সমসাময়িক সমাজৰ লিখিত বা কথিত ভাষাৰ লগত কোনো ধৰণৰ সংযোগ নথকা এটা ভাষাক মাধ্যম হিচাপে লৈ ৰচনা কৰা সাহিত্যই জনমানসত এনেধৰণে সমাদৰ লাভ কৰিব পৰাতো।



# বৈকুণ্ঠনাথ ভট্টাচাৰ্য্যৰ
# কথাভাগৱত আৰু কথাগীতাৰ গদ্য

## [ ষোড়শ শতিকাৰ শেষভাগৰ ]

মহাপুৰুষ শঙ্কৰদেৱৰ ব্ৰজাৱলী গদ্যৰ প্ৰায় এশ বছৰ পিচত বৈকুণ্ঠনাথ ভট্টাচাৰ্য্যই ভাগৱত আৰু গীতাৰ অনুবাদৰ যোগেদি অসমত এক নতুন গদ্য সাহিত্যৰ সৃষ্টি কৰে। মহাপুৰুষৰ সাহিত্য প্ৰতিভা ভট্টদেৱক অনুপ্ৰাণিত কৰিলেও তেওঁৰ ব্ৰজাৱলী গদ্যই ভট্টদেৱৰ নতুন গদ্যশৈলীৰ ওপৰত বিশেষ প্ৰভাৱ পেলাব পাৰিছিল বুলি ভবাৰ স্থল ভাষা সাহিত্যৰ সমালোচকসকলে দেখা নাই। ভট্টদেৱে ভাগৱত গীতা আৰু ৰত্নাৱলী পুথি অসমীয়ালৈ অনুবাদ কৰে। তেওঁৰ এই অনুবাদ কাৰ্য্যৰ মূলতে তেওঁৰ গুৰু দামোদৰদেৱৰ আজ্ঞা আছিল— স্ত্ৰী শূদ্ৰ সৰ্ব্বলোকে বুজে যেন মত" এই আদৰ্শ আগত ৰাখিহে অনুবাদ কাৰ্য্য কৰিব লাগে। সেয়াও আকৌ গদ্যত। সেই সময়ত অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত কোনো প্ৰতিষ্ঠিত গদ্য ৰীতি নাছিল যাক ভট্টদেৱে তেওঁৰ গদ্যৰ আৰ্হি হিচাপে গ্ৰহণ কৰিব পাৰে। শঙ্কৰদেৱৰ ব্ৰজাৱলী গদ্যক কৃত্ৰিম উপভাষা বুলি তাৰ পৰম্পৰা ভট্টদেৱৰ সময়লৈকে সাহিত্যৰ মাজত প্ৰতিষ্ঠিতভাৱে যে থকা নাছিল। ভট্টদেৱৰ জন্মলাভৰ কালত অসমত নালাগে গোটেই ভাৰততে কোনো গদ্য এটা সুদৃঢ় ৰূপত গঢ়ি উঠা নাছিল যি ভাষা ভট্টদেৱে তেওঁৰ গদ্যৰ আৰ্হি হিচাপে গ্ৰহণ কৰিব পাৰে। সমসাময়িক সমাজৰ পৰাও তেওঁ কথিত ভাষা গ্ৰহণ কৰিব ইচ্ছা কৰা নাছিল। বিষয়-বস্তুৰ উচ্চতাৰ আৰু আধ্যাত্মিকতালৈ লক্ষ্য কৰি এটা উচ্চ পৰ্য্যায়ৰ ভাষাহে গ্ৰহণ কৰিছিল যাৰ ফলত ভট্টদেৱৰ গদ্যৰ ভাষাই বৈষ্ণৱ গদ্য আধ্যাত্মিক গদ্য আদি নাম পাইছিল।

সংস্কৃত সাহিত্যত কাদম্বৰী কথাৰ লেখিয়া একশ্ৰেণী ৰসযুক্ত গদ্য আছে যদিও তাৰ লগত ভট্টদেৱৰ কথাৰ কোনো মিল নাই। তাত আৰম্ভণিতে পদ্যত নমস্কাৰ কৰি গদ্যত বৃত্তান্ত কৰি যোৱা হয়। যেনে—

কথায়াং সৰসং বস্তু গদ্যৈৰেৱ বিনিৰ্মিতম।
ক্বচিদত্ৰ ভৱেদাৰ্যা ক্বচিদ্বক্ত্ৰ পৰক্ত্ৰকে॥
আদৌ পদ্যৈ নমস্কাৰ খলাদেৰ্বৃত্ত কীৰ্ত্তনম্॥

[সাহিত্য দৰ্পণ]

ড মহেশ্বৰ নেওগৰ মতে সংস্কৃত এই কথাৰ লগত ভট্টদেৱৰ কথাৰ মিল আছে কেৱল তাৰ কবিত্বময় বিষয় আৰু ছন্দ স্পন্দনযুক্ত ভাষাত।

ভট্টদেৱে প্ৰথমতে ভাগৱত গদ্যলৈ অনুবাদ কৰিছিল। কথা ৰত্নাৱলী তেওঁৰ শেষৰ অনুবাদ। কথাভাগৱত আৰু কথাগীতাৰ বিষয়বস্তুৰ লগত পঢ়ুৱৈ সমাজ বেছি পৰিচিত হ'বে বোধহয় পিচৰ কালত এই দুখন গ্ৰন্থৰ ভাষাশৈলীৰ ওপৰতহে বেছি চিন্তা চৰ্চা হৈছিল। তেওঁৰ অনুদিত গদ্যৰূপ এনে ধৰণৰ—

হে কৃষ্ণ মহাযোগী বিশ্বাত্মা বিশ্বপালক তুমি নাথে আমি সনাথ ভৈলো। আমাৰ তুমি পৰম দেৱতা এতেকে গো ব্ৰাহ্মণ দেৱতা সাধুৰ কুশলাৰ্থে ব্ৰহ্মাৰ আজ্ঞাযে তোমাক ইন্দ্ৰ পাতওঁ। যাতো তুমি বিশ্বাত্মা ভূমিভাৰ হৰিতে অৱতাৰ কৰাছা। এইবুলি সুৰভি আপুনাৰ দুগ্ধে কৃষ্ণক অভিষেক কৰিলা। ইন্দ্ৰো আকাশী গঙ্গাৰ জল সিঞ্চিলা। ঋষিসবো মন্ত্ৰ পঢ়িলা। দেৱ মাতৃ সবো মঙ্গল কৰিলা। এমনে সাব মহোৎসৱ কৰি কৃষ্ণক গোৰ ইন্দ্ৰ পাতি গোবিন্দ নাম থৈলা। [কথাভাগৱত, দশম স্কন্ধ]

এহিবুলি ভগৱন্তে অৰ্জুনক প্ৰতি ঈশ্বৰ ৰূপ দেখাইলা যাত অনেক মুখনেত্ৰ নানাবিধ দিব্য অলংকাৰ অদ্ভুত অনেক আয়ুধ অনেক আশ্চাৰ্য্য দৰ্শন আছে দিব্যপুষ্প পৰিধান কৰিছা দিব্য গন্ধ

চন্দন যাত আছে যি সকল আশ্চাৰ্য্য প্ৰায় প্ৰকাশময় অবিচ্ছিন্ন সৰ্ব্বতোমুখ বিশ্বৰূপ দিপ্তীৰ নিৰূপম কহন্ত ।

[কথাগীতা একাদশ অধ্যায়]

ভট্টদেৱে এটা বিশুদ্ধ আৰু নিখুট গদ্য-ৰীতিৰ ওপৰত নিৰ্ভৰ কৰি তেওঁৰ তিনিওখন পুথি গদ্যলৈ অনুবাদ কৰিছিল। বাক্যবোৰ কথোপকথন ভঙ্গীমাত এটা নাটকীয় ৰীতি প্ৰয়োগ কৰি চুটি চুটিকৈ লিখিছিল । উদাহৰণ স্বৰূপে—" কলিযুগত ধৰ্মৰ তিনিপদ চুটি ল অন্তত সিওপাদ নষ্ট হৈব । প্ৰজাসবো নিৰ্দ্দয় দুৰাচাৰ কলহ প্ৰিয়, কামুক বিত্তহীন হৈব । দস্যুসবে ৰাজ্য মাৰিব । পাষণ্ডসবে বেদক নিন্দাব ৰাজাসবো প্ৰজাৰ ধন আদি হৰিব, বিপ্ৰসবো শিশ্নোদৰ পৰ হৈব । ব্ৰহ্মচাৰীয়ে ব্ৰত নকৰিব, গৃহস্থো ভিক্ষা নেদিব । তপস্বীসবো গ্ৰামত বসিব সন্যাসীসবো অৰ্থলোভী হেব । স্ত্ৰীসবো প্ৰায়ে বেশ্যা হৈব । বিস্তৰ আহাৰ কৰিব ।  [ভাগৱত দ্বাদশ তৃতীয় অধ্যায়]

কেতিয়াবা অনুবাদকৰ উদ্ভাৱনী শক্তিৰ প্ৰয়োগ ঘটায় কোনো কোনো ঠাইত বাক্য দীঘলীয়া কৰা দেখা যায় । যেনে— যদ্যপি তুমি সকলো পাপীত কৰি অত্যন্ত পাপকাৰী হোৱা তথাপি পাপ সমুদ্ৰক জ্ঞান নাৱে অনায়াসে তৰিবা যেন কাষ্ঠ সমূহক প্ৰজ্বলিত অগ্নিয়ে ভস্ম কৰে তেমনে জ্ঞানাগ্নিয়ে প্ৰাবদ্ধ বিনে সকল কৰ্মকে ভস্ম কৰে । ভট্টদেৱৰ গদ্য ৰীতিত উপমাৰ প্ৰয়োগ আছে । কিন্তু জতুৱা ঠাচ পটন্তৰ আদিৰ ব্যৱহাৰ কম । তেওঁ হয়তো ভাবিছিল যে এনে শব্দৰ প্ৰয়োগে বিষয়বস্তুৰ গাম্ভীৰ্য্য কমাই কথিত ভাষাৰ ওচৰ চপাই দিব ।

ভট্টদেৱৰ গদ্যৰীতিৰ সম্যক আভাষ পাবলৈ বিভিন্নজন সমালোচকে তেওঁৰ ভাষাৰ ওপৰত আগবঢোৱা সমালোচনা বিচাৰ কৰি চাব পাৰি । পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে তেওঁৰ কথাগীতাৰ পাতনিত লিখিছে— "কথাভাগৱতৰ ভাষাতকৈ কথাগীতাৰ ভাষা বেছি কোমল আৰু সৰল । কথাভাগৱতত যিমান দুৰ্বোধ অপ্ৰচলিত শব্দ দেখিবলৈ পোৱা যায় কথাগীতাত সিমান নাই । কথাভাগৱতৰ ৰচনাতকৈ কথাগীতাৰ ৰচনাও বেছি প্ৰাঞ্জল আৰু মধুৰ ।

ভাষাতত্ত্বৰ বিদগ্ধ পণ্ডিত ড বাণীকান্ত কাকতিয়ে তেওঁৰ Assamese Its Formation And Development গ্ৰন্থত লিখিছে "ঈমানদিনৰ আগতে কথাশৈলীৰ এক নমুনা দাঙি ধৰা হিচাপে আদৰণীয় হলেও এই কথানুবাদত ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা চালে বিশেষত্ব প্ৰায় নোহোৱাৰ দৰে। শব্দচয়ন সংস্কৃতীয়া ভাবাক্ৰান্ত আৰু ভাষাটোও মাজে মাজে কথ্যৰূপক বাট এৰি দিয়া। পদ্য লেখকসকলৰ ভাষাতকৈ বহুগুণে কম ঘৰুৱা। বৈয়াকৰণ ৰূপবিন্যাসকেও আধুনিকতাৰ সৰলীকৰণ নেদেখুৱায়। গতিকে এই গদ্যই তৎকালীন কথিত ভাষাৰ কোনো ধাৰণা নিদিয়ে।

ড বেণীমাধৱ বৰুৱাই কথা গীতাৰ ভাষাৰ ওপৰত মন্তব্য কৰি কৈছিল— পুথিখন গদ্যত লেখা নহয় বৰ ছন্দ ও মিলযুক্ত ৰচনাহে তাত গদ্যৰ বাক্য প্ৰণালী নাই। প্ৰথম অসমীয়া গদ্য আমি পাও বুৰঞ্জীবোৰত। বুৰঞ্জীৰ গদ্য সৰল প্ৰাঞ্জল আৰু প্ৰত্যক্ষ

সাহিত্যিক সমালোচক ড বিৰিঞ্চি কুমাৰ বৰুৱাই কথাগীতাৰ ভাষা ভূয়সী প্ৰশংসা কৰি লিখিছে - কথা গীতাৰ অনুবাদ ভাষাগত নহয়। বিষয়বস্তুক আত্মসাৎ কৰি নিজ আদৰ্শ অনুসৰি প্ৰকাশ কৰিব পৰাতেই লিখকৰ মৌলিকতা প্ৰকাশ পাইছে। টীকাৰ পৰা যুক্তি যুক্তভাবে উপমা আদি উদ্ধৃত কৰি বিষয়বস্তুৰ ব্যাখ্যা সহজ সৰল কৰিবলৈ কৰা লিখকৰ চেষ্টা লক্ষণীয়। [ অসমীয়া কথা সাহিত্য ] অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণেতা ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই কথা গীতাৰ ভাষাৰ প্ৰকৃত স্বৰূপ সম্বন্ধে মন্তব্য দিছে কথাগীতাৰ গদ্য স্বভাৱতে এতিয়া বৈকুণ্ঠ নাথৰ পৈণত হাতৰ আৰু সৰহ নকলেও কথাভাগৱতৰ ৰচনাৰ চাৰি পাঁচ বছৰ পাছৰ। গতিকে স্বভাৱতেই কথাভাগৱতৰ ভাষাতকৈ অধিক নিম্নক।

[ অসমীয়া সাহিত্যৰ বুৰঞ্জী, ৪৮৪ পৃ ]

সাম্প্ৰতিক কালৰ সাহিত্যিক, সমালোচক ড প্ৰফুল্ল কটকীয়ে কথাভাগৱত আৰু কথাগীতাৰ ভাষাৰ ওপৰত মন্তব্য দাঙি ধৰিছে

ভেতৰ মন্তব্য আগৰ সমালোচকসকলে কৰা মন্তব্যতকৈ কিছু ভিন্ন সুৰীয়া। ড: কটকীৰ মতে—“কথাগীতাতকৈ কথাভাগৱতহে স্বতন্ত্র গদ্যশৈলী হিচাপে অধিক তাৎপৰ্য্যপূৰ্ণ: কথা গীতাৰ ভাষা শ্ৰীধৰ গোস্বামীৰ টীকানুসাৰিণী আৰু তাৰ বিষয়বস্তুও সৰ্বত্ৰ গভীৰ তত্ত্ব-মূলক: তেনে বিষয়বস্তুৰ অনুবাদত লেখকৰ স্বকীয় বৈশিষ্ট্যই আত্ম-প্ৰকাশ কৰাৰ অৱকাশ সমূলে নাছিল। কিন্তু ভাগৱতৰ ভাষা সৰ্ব্বত্ৰ তত্ত্বমূলক নহয়: বহুতো সময়ত ই বিবৰণমূলক: তদুপৰি ই টীকানুসাৰিণী অনুবাদো নহয়, মূলানুবাদহে। গতিকে লিখকৰ স্বকীয় বৈশিষ্ট্যৰ পৰিস্ফুৰণ ইয়াত সম্ভৱ হ'ল। কাজেই দেখা যে সামগ্রিক ভাৱে এই গদ্যশৈলীৰ গতটোৱেই কথাগীতাৰ গতটোৰ পৰা পৃথক। ইয়াৰ প্ৰকাশিকা শক্তি অধিক সমৃদ্ধ, অধিক তৎপৰ। এই ৰচনা পঢ়িলে অসমীয়া পঢ়া যেন লাগে, কথাগীতা পঢ়িলে তেনে যেন নালাগে। এই গদ্য যেন অতি মুকলিমুৰীয়া, কিন্তু কথাগীতাৰ গদ্য যেন আমি পূৰ্ব্বত কোৱাৰ দৰে শৃঙ্খলাবদ্ধ। কথাভাগৱতৰ গদ্যত এক স্বতঃস্ফুৰণৰ ভাৱ আছে, অনম্যতা (flexibility) আছে আৰু এইবোৰ বৈশিষ্ট্য পৰৱৰ্ত্তী অসমীয়া গদ্যত অধিককৈ আৰু উন্নতৰ ৰূপত বিকশিত হৈছে।”

[ক্ৰমবিকাশত অসমীয়া গদ্যশৈলী ৩২ পৃষ্ঠা]

ড. কটকীয়ে যুক্তি দৰ্শাইছে যে ভাগৱত কথালৈ অনুবাদ কৰোতে ভট্টদেৱে নিজ পাৰদৰ্শিতাৰে কোনো বাধ্য-বাধকতাৰ মাজত নোসোমাই খোলাভাৱে, মৌলিক প্ৰতিভাৰে অনুবাদ কৰিছে যাৰ ফলত গোটেই পুথিখনেই সহজ অথচ গাম্ভীৰ্য্যপূৰ্ণ কৰি ৰাখিব পাৰিছে। কিন্তু গীতাখন অনুবাদ কৰোতে মূলতকৈয়ো শ্ৰীধৰ স্বামীৰ টীকা ভাষ্যৰ ওপৰত বিশেষ জোৰ দিহে অনুবাদ কৰিছে সেয়ে ইয়াত লিখকৰ স্বাধীনতা এক সীমাবদ্ধতাৰ মাজত সোমাই পৰিছে। ভট্টদেৱে নিজেও লিখিছে “যদ্যপি আমি কৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী, শঙ্কৰী দামোদৰী, ভাস্কৰী চাৰিও টীকা বিচাৰ কৰিছি: তথাপি প্ৰায় শ্ৰীধৰ টীকাৰ মতে কথা নিবন্ধিবো।”

ভট্টদেৱৰ কথাভাগৱত আৰু কথাগীতাৰ গদ্যশৈলীৰ, গদ্যৰ কটি আৰু অভিজ্ঞতা সন্দৰ্ভে বিভিন্নজনে বিভিন্ন মন্তব্য কৰাৰ নিচিনা সমালোচকৰ পৰা বহু সুখত থাকিও এটা কথা কব পাৰি যে-মধ্যযুগৰ ষোড়শ শতিকাতে অসমীয়া চাহিত্য কাৰণে ভট্টদেৱে যি কৰি থৈ গল সমালোচক ভাষাত কব পাৰি— 'It is unique of its kind' It is priceless treasure ভাষাৰ ক্ষেত্ৰত বিৰিঞ্চি কুমাৰ বৰুৱাই Aspects of early assamese literature গ্ৰন্থত Early assamese prose প্ৰবন্ধত লিখিছে—Bhattadev's works are important steps towords the great achievements of Assamese Philosophical and narrative prose He created a surefooted expository prose style with an eye to gramatical perfection His conversational and argumentative prose style of Kathagita served as a modle and pattern to the vaisanavite prose writers of philosophical matters of later years and his simpler and free style Kathabhagavata greatly influenced the writers of charit puthi

তুয়োখন গ্ৰন্থৰে ভাষাৰ এটা সম্মোহিনী ভাব আছে। ভাষাৰ এই সম্মোহিনী ভাবটোৱে গদ্যৰ কথা ভঙ্গীয়ে অতুলনীয় ৰূপ দিছে। দুয়োখন গ্ৰন্থ পাঠ কৰি যাওতে তাৰ মাজত থকা গভীৰ আধ্যাত্মিক তত্ত্বসমূহে অন্তৰ স্পৰ্শ কৰি যায়। সমালোচকৰ মতে দুয়োখনৰে ভাষা অত্যন্ত সাধুভাষা।

ভট্টদেৱ ভাগৱত শাস্ত্ৰত অগাধ পণ্ডিত আছিল বাবে তেওঁ উপাধি পাইছিল ভাগৱত ভট্টাচাৰ্য্য। লগতে তেওঁৰ সংস্কৃত ব্যাকৰণ, স্মৃতি পুৰাণ আদিতো বিশেষ ধৰণৰ পাণ্ডিত্য আছিল। এই দুয়ো কাৰণতে তেওঁৰ অনূদিত গ্ৰন্থ কথাভাগৱত আৰু কথাগীতা দুয়োখনতে যথেষ্ট তৎসম শব্দ সোমাই পৰিছিল। যেনে পূৰ্ব্ব অনুষ্ঠ

তোমাৰ ৰূপ দেখি প্ৰথমে হৰ্ষ হৈলো পাচে ভয়ে কম্পিলো। এতেকে মোৰ নিবৃত্তিৰ অৰ্থে)(হে দেবেশ জগন্নিবাস প্ৰসন্ন হোৱা। সেই ৰূপ দেখোৱা যাৰ শিৰত কিৰিটী হস্তত গদাচক্ৰ যেমনে পূৰ্ব্বত দেখিছো। আকৌ মনুষ্যে জীৰ্ণবস্ত্ৰক পৰিত্যাগ কৰি নবীন বস্ত্ৰক গ্ৰহণ কৰে এমনে আত্মায়ো পুৰাণ দেহক এড়ি নবীন দেহক স্বীকাৰ কৰে কৰ্ম নিবন্ধ নতুন দেহ অৱশ্যে হৈব। জীৰ্ণদেহ নাশত শোক কৰিতে নালাগে। এই আত্মাক অস্ত্ৰেয়ো নাকাটে অগ্নিয়ো নদহে জলেও কোমল নকৰে বায়ুয়ো শুকায়ে। এতেকে অছেদ্য, অদাহ্য অক্লেদ্য অশোচ্য নিত্য সৰ্ব্বগত অচল সনাতন অব্যক্ত অচিন্ত্য অপ্ৰাপ্য কৰি কহে। [ কথাগীতা ]

সেই সময়ত অসমীয়া শব্দ সম্ভাৰৰ দীনতা আৰু গীতা ভাগৱতৰ আধ্যাত্মিক বিষয়বস্তুক তৰল কথিত শব্দ প্ৰয়োগৰ দ্বাৰা লঘু নকৰাৰ মানসিকতাইও এনে ভাবগধুৰ তৎসম শব্দ প্ৰয়োগৰ অন্যতম কাৰণ আছিল।

ভট্টদেৱৰ অনূদিত গদ্য যেহেতু সংস্কৃত ব্যাকৰণ আশ্ৰিত সেয়ে তেওঁৰ ব্যাকৰণ ৰীতিও নিভুল নীতি বুলিয়েই কব পাৰি। তেওঁৰ পিচৰ বৈষ্ণৱ লিখকসকলক ভট্টদেৱৰ গদ্য ৰীতিয়ে নিশ্চয় এটা সুস্পষ্ট পথৰ নিদৰ্শনা দিব পাৰিছে।

কথিত বা লিখিত ভাষাৰ পৰা অপ্ৰয়োজনীয়তা অপ্ৰাসঙ্গিকতা কঠিনতা আদি পৰিহাৰ কৰিব পাৰিলে ভাষা সুপঠিত আৰু সুশ্ৰব্য হয়। এনে পৰিহাৰে অকল যে লিখিত ভাষাকহে শুৱনি কৰে এনে নহয় এনে ভাষা কৰ্ত্তাজনৰো ভাষা জ্ঞানৰ পৰিচয় পোৱা যায়। ভট্টদেৱৰ গদ্যত এনে অপ্ৰাসঙ্গিক অপ্ৰয়োজনীয় শব্দৰ প্ৰয়োগ কম। তেওঁ যেৱে তেৱে যেখন তেখন যি সি যাৰ তাৰ যাক তাক আদি শব্দ প্ৰয়োগ কৰি বাক্য গঠন কৰিছে। যেনে—

তুমি যাক শঙ্কা কৰা তাক মই আগে বধিলো।

'যি এমন্দ খাৰ ভক্তি কৰে সি মোক সাক্ষাতে পায়ে।

'যাৰ ইন্দ্ৰিয় অধীন হৈল, তাৰ বুদ্ধি স্থিৰ হৈল।' যাকাবোৰত সংযোজক অব্যয় ব্যৱহাৰ কৰি অপ্ৰাসঙ্গিকভাৱে বাক্য দীঘলীয়া কৰাৰ যত্ন কৰা নাই।

কথাভাগৱতৰ ভাষাৰীতি বিশ্লেষণ কৰোঁতে ডঃ কাকতিয়ে দেখুৱাইছে যে কবিৰত্নৰ ৰচনাত প্ৰথম পুৰুষৰ ভবিষ্যত কালত 'বো' প্ৰত্যয় লগে লগে 'ম' প্ৰত্যয়বো ব্যৱহাৰ হৈছে আৰু ওহো, লোহো, বোহো, আহা, লাহা, বাহা, লিহি, বিচি আদি সম্প্ৰসাৰিত ধাতু প্ৰত্যয়ৰ ৰূপবোৰ গদ্যত অনাবশ্যক দেখি সংকুচিত কৰা হৈছে। এই বিষয়ৰ বাহিৰে আন বিষয়ত ভট্টদেৱৰ ভাষা শঙ্কৰ মাধৱৰ ভাষাৰ পৰা পৃথক নহয়।

সকলো অনুবাদ সাহিত্যতে এটা কথা লক্ষ্য কৰি অহা হৈছে যে মূলৰ পৰা অনুবাদ কৰোঁতে, অনূদিত সাহিত্যত, গদ্যই হওক বা পদ্যই হওক মূলত থকা কবিত্বময়তা, আবেগ আৰু সুৰটো থাকি যায়। মূল হিব্ৰু ভাষাৰ পৰা ইংৰাজীলৈ বাইবেল অনুবাদ কৰোঁতে যেনে ধৰণে কাব্যময়ী ভাব থাকি গ'ল তেনে ধৰণে ধৰ্মীয় আবেগ আৰু দাৰ্শনিক চিন্তাৰে পৰিপুষ্ট গীতা আৰু ভাগৱত গদ্যলৈ অনুবাদ কৰোঁতেও কাব্যধৰ্মী লয় এটা থাকি যোৱাটো একো অস্বাভাৱিক নহয়। ডঃ মহেশ্বৰ নেওগে শ্ৰীধৰ স্বামীক আশ্ৰয় লৈ মূলৰপৰা কথালৈ ভাগৱত অনুবাদ কৰোঁতে মূলৰ ছন্দময় লালিত্য কেনেধৰণে তেওঁৰ গদ্যত বৈ গৈছে তাৰ তুলনামূলক নিদৰ্শন সুন্দৰকৈ দাঙি ধৰিছে— "তেওঁৰ কথাবন্ধই, সংস্কৃত কথানামক ৰচনা আৰ্য্যা আদি ছন্দলৈ মাজে মাজে বাগৰি যোৱাৰ দৰে অকপট ছন্দধ্বনি অৱলম্বন কৰিছে, আনকি গদ্যৰ বৰ্জিত অন্ত্যানুপ্ৰাসো দেখ-দেখকৈ ব্যৱহাৰ কৰিছে। যেনে—

শ্যাম সুন্দৰ। পীতাম্বৰ ॥ প্ৰসন্নবদন। কমল নয়ন ॥
নাসাতিলফুল। অধৰ বান্ধুল ॥ মুখেমন্দ হাস। কটাক্ষ বিলাস ॥
পৰম। চাৰু চতুৰ্ভুজ ॥ শঙ্খ-চক্ৰ-ধৰ। গদা-পদ্মকৰ ॥ ইত্যাদি

ইয়াক ছন্দস্পন্দনযুক্ত গদ্য বুলিলেও সমালোচকৰ আত্ম প্ৰৱঞ্চনা হ'ব, কাৰণ এয়া উদাৰভাবে ছন্দময় কবিতা। এনেধৰণে অনেক বাক্য ওলাব, যত অন্ততঃ একাংশ ছন্দৰ পৰ্ব্ব অনুসৰি ভাগ কৰিব পৰা যাব।"

ড: নেওগে কবিৰত্নৰ কথাশৈলী বিচাৰ কৰোতে লিখিছে "গুৰুজনৰ সংক্ষেপ কৰিবা সাৰ মাত্ৰ লৈয়া কৰা কথা কবিৰত্ন', এই উপদেশ মনত ৰাখি তেওঁৰ কৰ্ত্তব্য মাত্ৰ 'ভাবাৰ্থ দীপিকা'ৰ পোহৰত ভাগৱতৰ কথাখিনি যথা সম্ভৱ পৰিষ্কাৰ কৰি চমুতে সাৰোদ্ধাৰ প্ৰকাশ কৰা। চিন্তাশীল মনে চিন্তাৰ আঁত মাৰি কথা কোৱাৰ প্ৰলোভনৰ হাত সৰা টান। আনহাতে মূল কথাখিনিৰ আঁত ছিগিবলৈ দিয়াও বাঞ্ছনীয় নহয়। এইবোৰ সমস্যাৰ মাজত কবিৰত্নই কেনেকৈ মধ্যম পন্থা অৱলম্বন কৰিছিল, মন কৰিবলগীয়া—

"বিদুৰে পুছন্ত, হে মৈত্ৰেয়, নিৰ্গুণ ভগৱন্তৰ গুণময় সৃষ্টি আদি লীলা কেমনে হয়? তুমি কহিছা, মিছা জীৱৰ অৰ্থে কৰন্ত। সিও নঘটে। বোলা যদি ঈশ্বৰত কেনে নেদেখি, আত দৃষ্টান্ত শুনা—যেনে চন্দ্ৰৰ প্ৰতিবিম্বতেসে কম্পাদি গুণ দেখি, বিম্বিত নেদেখি তেমনে জীৱৰেসে সংসাৰ, ঈশ্বৰৰ নাই। এতেকে ঈশ্বৰত ভক্তি কৰিলে আপুনি সংসাৰ গুচে।

ইয়াত 'সিও নঘটে', 'বোলা যদি' 'আত শুনা', 'এতেকে' এই খণ্ডবাক্যবোৰে বৰোধ নিবাৰণ, সংশয়াত্মক প্ৰশ্নৰ উপস্থাপন, সংশয় নিবৃত্তি আৰু উপসংহাৰ আদি চিন্তাৰ বাদাত্মক গতি নিৰ্দেশ কৰিছে। গতিকে ইয়াত ব্যাখ্যামূলক (expository) কথাশিল্পীৰ গুণো হৈছে নৈৰ্ব্যক্তিক ভাবে বাদাত্মক আৰু প্ৰত্যয়কাৰী (argumentative persuasive) মূল বা শ্ৰীধৰ স্বামীৰ অনেক কথা ভট্টদেৱে সন্নিবেশ কৰিবপৰা নাই, কাৰণ 'বিস্তৰ পাত' নলগাকৈ তেওঁ ভাগৱত কথা লিখি উলিয়াব লাগিব। ঠায়ে ঠায়ে মূলকথাবোৰৰ আভাস দি গৈছে মাত্ৰ। এনে ঠাইত শৈলীৰ নিৰস কঠোৰতাই দেখা দিছে।"

প্ৰায় সকলো সমালোচকে এটা কথাত একমত যে কথা-ভাগৱতকৈ ভট্টদেৱৰ কথা-গীতাৰ গদ্য মুক্ত, স্পষ্ট, সাৱলীল, পুৰঠ, গম্ভীৰ আৰু আবেদনশীল। "সমগ্ৰ ভাৰতবৰ্ষতে ৰামায়ণ গীতা ভাগৱত আদিৰ যি কথকতা চলে ভাগৱত-কথা, ভাগৱত-গীতা তাৰে এটি সাহিত্যিক নিদৰ্শন।" অৱশ্যে তেওঁৰ গুৰুৰ মনোবাঞ্ছা পূৰণৰ বাবে আৰু 'স্ত্ৰী-শূদ্ৰ সকলোৱে বুজিবৰ বাবে 'সাহিত্যৰ উদাত্তীকৃত ভাষা' ব্যৱহাৰ নকৰি 'সত্ৰৰ সম্ভ্ৰান্ত' গদ্য ব্যৱহাৰ কৰাহে উচিত আছিল বুলি বহুজনে ধাৰণা কৰে।



# চৰিত পুথিৰ গদ্য

## [ সপ্তাদশ অষ্টাদশ শতিকা ]

অসমীয়া সাহিত্যৰ বুৰঞ্জীত চৰিতপুথি সমূহে যে এক বিশেষ স্থান অধিকাৰ কৰি আছে এই বিষয়ে ভাষা সাহিত্যৰ সমালোচক সকল একমত। খৃ সপ্তদশ শতিকাৰ আৰম্ভণিৰ পৰা অষ্টাদশ শতিকাৰ মাজভাগলৈ এই শ্ৰেণীৰ বিপুল সাহিত্যৰাজিয়ে অসমীয়া সাহিত্যৰ ভড়ালৰ এক বৃহৎ অংশ পূৰণ কৰি আহিছে। মহাপুৰুষদ্বয়ৰ মৃত্যুৰ পিচত এওঁলোকৰ অনুগামীসকলে বিশেষকৈ ডেকা সত্ৰাধিকাৰসকলে গুৰুসকলৰ চৰিত লিখা কাৰ্য্য এক প্ৰকাৰ বাধ্যতামূলক আছিল। এই ৰীতিক চৰিত তোলা ৰীতি বুলি কোৱা হৈছিল। এনে চৰিত পুথি পদ্য আৰু গদ্য দুয়োধৰণে লিখা হৈছিল। ভাৰতবৰ্ষত এনে চৰিত লিখা প্ৰথা অতীত কালৰেপৰা আছিল। বিশেষকৈ বৌদ্ধধৰ্মৰ প্ৰাদুৰ্ভাবত সংস্কৃত পালি আৰু প্ৰাকৃত ভাষাত লিখা অনেক চৰিত পুথি আছে। তাৰ ভিতৰত অশ্বঘোষৰ বুদ্ধচৰিত বাণভট্টৰ হৰ্ষচৰিত জৈনসকলৰ মহাবীৰ চৰিত আদিনাথ চৰিত শান্তিনাথ চৰিত আদি উল্লেখযোগ্য। বঙ্গদেশত বৈষ্ণৱ ধৰ্মীয় পৰম্পৰাৰ মাজত ৰচিত চৈতন্য চৰিতামৃত চৈতন্য ভাগৱত চৈতন্য মঙ্গল চৈতন্য চন্দ্ৰোদয় কৌমুদী চৈতন্য সাহিত্য আদি উল্লেখযোগ্য চৰিতপুথি। নৱ বৈষ্ণৱ আন্দোলনৰ আগতে অসমত কোনো চৰিতপুথি লিখা হৈছিল বুলি প্ৰমাণ পোৱা নাই।

এতিয়ালৈকে যিমানবোৰ চৰিতপুথি পোৱা হৈছে তাৰ সৰহ সংখ্যকেই পদ্যত ৰচিত। গদ্যত ৰচনা কৰা চৰিতপুথিৰ সংখ্যা তেনেই কম। পুথিবোৰৰ প্ৰকাশভঙ্গী অতি মাৰ্জিত সুশ্ৰব্য আৰু সকলোবোৰ

পুথিতে এটা স্তৱকীয়া ঠাচ লক্ষ্য কৰিব পাৰি। অসমীয়া জীৱনী সাহিত্যৰ বুৰঞ্জীত এই চৰিত পুথিবোৰ প্ৰথম পদক্ষেপ বুলি ধৰি লব পাৰি।

গদ্যত ৰচিত যি দুই এখন চৰিতপুথি পোৱা হৈছে তাৰ ভিতৰত অষ্টাদশ শতিকাৰ দ্বিতীয়, তৃতীয় দশকমানত লিখা "কথা-গুৰুচৰিত" খনেই পৰিবৰ্দ্ধিত ৰূপত পোৱা গৈছে। চৰিত পুথিখনৰ লিখকৰ নাম নাই। অধ্যাপক উপেন লেখাৰুৱে পুথিখন সম্পাদনা কৰি উলিয়াইছে। গতিকে 'কথাগুৰু চৰিত'ৰ গদ্যৰ প্ৰতিকৃতি সম্বন্ধে আলোচনা কৰিলে চৰিত পুথিৰ গদ্য সম্পৰ্কে সম্যক আভাস পোৱা যাব।

চৰিত পুথিৰ গদ্য সমসাময়িক কালৰ বুৰঞ্জী গদ্যৰ দৰে বৈষয়ীক নহৈ কিছু পৰিমাণে ধৰ্মীয় হৈ পৰিছে। ৰূপকৰ মাজেৰে ভক্তিতত্ত্ব আৰু সাধনৰ ক্ৰম দেখুওৱা হৈছে। যেনে— "গুৰুভূমি, শৰণ ধাৰ্য্য বিধান, সঙ্গমাৰ্গে চহোৱা, ইৰিষা অসূয়া নল হেঙ্গেৰা, মৰম প্ৰীতিয়ে দলিমুৰা, জবকা, খেদ অনুৰাগে বায়ুবষ্ঠি, শ্ৰৱণ কীৰ্ত্তন বিন্ধামৈ, হিংসা পৈশূন্য টোকবল বিলৈ কছুৱা স্নেহ শ্ৰদ্ধা, নিৰল, গচল, চিত্তবুদ্ধি কোৰখন্তি, মনে নাল, কায়বাক্যেমনে সেৱা সুখ সন্তোষ পকন, কাম, ক্ৰোধ, লোভ, মহ বৰাহস্তী, মোহে গাহ্নি, সঙ্গে দোষ, গুৰুত ভ্ৰম, খৰবান, নিশ্চয় কাচিৰে দাই প্ৰেমৰ সূত্ৰ বান্ধি আনি ভক্তি ভাণ্ডাৰত থই, ধৰ্ম্ম, অৰ্থ, দ্বাৰ কাম মোক্ষ ডাং মাৰি থই খাই থাকা সুখে। এই খেত নকৰা কিয় ?"

[ পাতনি : কথাগুৰু চৰিত ]

ইয়াতে আৰু এটা কথা মন কৰিব লাগিব যে চৰিত পুথিৰ বৰ্ণিত বিষয়ৰ লগত সমসাময়িক সমাজৰ আচাৰ-বিচাৰ, ধৰ্মীয় অনুষ্ঠান, তীৰ্থযাত্ৰাৰ কাহিনী, গুৰুসকলে বিভিন্ন ঠাইত কৰা ভ্ৰমণৰূপৰ পোৱা অভিজ্ঞতাৰ অভিলেখ আদি সন্নিবিষ্ট থকা বাবে ইয়াৰ গদ্যত কথিত ভাষাৰ প্ৰচুৰ শব্দ সোমাই পৰিছে। চৰিতপুথিৰ গদ্যত উজনী

অসমৰ ভাষাতকৈ নাম্মনি অসমৰ কথিত শব্দৰ প্ৰভাৱ বেছি। যেনে—

"তেনেকৈ বুলিলতো আই মাতৃৰ আপীক দিব্বৰ প্ৰবীণ চিত। পৰিচাৰ্য্যখানি কৰাই, কঠ পৰাই দিএ, গুৱাখানি দিয়ায়, ৰহাৰ্লৈ মাছ গাখীৰ, শাক, লোণ-তেল ভলকীযা বেঙেনাটি দি পঠায়, শয্যা-খানিও পৰাই জোকোৰাই থয়। এদিন ছোট আতা আপীক ধৰি কান্ধে তুলি বোলে 'তুমি শুক-দুহিত্ৰী, সেৱাৰ বন্দিনী, আমাৰহে বন কৰা' বুলি নি গুৰুজনৰ আগত থলেগৈ।"

[ কথা গুৰু চৰিত ]

ইয়াত বাহিৰেও কামৰূপত লাহ'ৰ কৰা অ'ৰ, আতা, বেটি খচ্চা, গোহানী, বালাভাত, দাউৰ, ছাত্ৰশাল আদি শব্দ গ্ৰন্থখনত প্ৰচুৰ পৰিমাণে পোৱা যায়।

কথা গুৰু চৰিতৰ ভাষাত ভট্টদেৱ আৰু ৰঘুনাথ মহন্তৰ ৰামায়ণী গদ্যৰ দৰে এটা নাটকীয় কথনভঙ্গী আছে। চুটি চুটি বাক্যৰ দ্বাৰা মানুহে স্বাভাৱিক ভাৱে কথা কোৱা ৰীতি এটা দেখা যায় ফলত সাধাৰণ মানুহে চৰিতপুথি পঢ়ি আমেজ পায়। বাক্য-বোৰ এনে চুটি হোৱাৰ ফলত ভাষাৰ সৌন্দৰ্য্য হ্ৰাস পোৱা নাই। চৰিত সাহিত্যৰ এনে চুটি চুটি অথচ সহজবোধ্য বাক্য-ৰীতি সম্বন্ধে সমালোচক ডঃ প্ৰফুল্ল কটকীৰ মন্তব্য হ'ল—"কথোপকথনৰ ক'লত যিবোৰ কথা পোনপটীয়াকৈ উল্লেখ নকৰিলেও সহজবোধগম্যতা হ্ৰাস নাপায় তেনেবোৰ কথা এই পুথিৰ বাক্যবোৰত সাধাৰণতে উহ্য ৰখা হয়। উদাহৰণ স্বৰূপে কৰ্ত্তা পদটো প্ৰায়ে উহ্য থাকে। যতি চিহ্নৰ প্ৰয়োগ শিথিল, পূৰ্ণযতিৰ প্ৰয়োগ প্ৰায় কৰা নহয়। কেতিয়াবা কেতিয়াবা দুটা বাক্য গোটাই এটা কৰা হয়। বাক্য বিন্যাসৰ ক্ষেত্ৰতো কোনো নিৰ্দিষ্ট ৰীতি ৰক্ষা কৰা নহয়।"

[ ক্ৰমবিকাশত অসমীয়া গদ্যশৈলী ]

চৰিত পুথিৰ অংশবিশেষ আলোচনা কৰি ওপৰৰ কথাৰ সত্যতা প্ৰমাণ কৰিব পাৰি।

"তাবা দেখো কালি বেলা ভাটিত গৈ বেগাই আছে চাউল বা সিজায় নিসিজায়। অতে লবলেনো কি? বোলে সোধা যাব। পাচত সুধিলে বোলে কালিযে বিয়লা গলা চাউল সিজাব পৰা হ'ল নহ'ল? বোলে বাপ নহল" ইত্যাদি।

চৰিত পুথিব গদ্যৰ এই কথিত ৰূপটোৰ কথা ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই এনেধৰণে উল্লেখ কৰিছে— "কথিত ভাষাৰ ব্যৱহাৰ মূলতে তিনিটা বিষয়ত নিৰ্ভৰ কৰে কথা-বক্তাৰ বাক্য ভঙ্গীমাৰ প্ৰয়োগত। চলিত সৰ্ব্বনাম, ক্ৰিয়া পদৰ সংযোগত আৰু ঘৰুৱা শব্দৰ প্ৰাচুৰ্য্যত। সাধাৰণতে কথা কোৱাৰ ৰীতিত নাটকীয় ঠাচ থাকে।' এই প্ৰসঙ্গত 'কথাগুৰু চৰিত'ৰ পৰা উপযুক্ত উদ্ধৃতি দিব পাৰি— "আৰু একদিনা আও গুৰুজনাক স্নান ভোজন কৰাই তেল দি বোলে টামন, তোৰ আৰু পঢ়িবৰ মন নাই। ভণ্টাখেৰি গৰুজাকতহে চিত্ত। বাবেবৎসৰীয়া হলিকে। আমাৰ বংশত অপণ্ডিত নাই। তই মূৰ্খ হব খুইছনে? দৈৱজ্ঞে চাই পণ্ডিত হব বুলি কলে, সিও দেখো মিছা হ'ল। আমাবেসে কৰ্মতবে, পণ্ডিতবো বাক্য লবে। ৰাজাক স্বদেশে পূজে বিদ্যাৱন্ত সৰ্ব্বদেশে পূজ্য। মাতা শত্ৰু, পিতা বৈৰী, যেন বাল্য ন-পাঠিতা।"

চৰিত পুথিৰ গদ্যৰীতিৰ আন এটা চকুত পৰিবলগীয়া দিশ হ'ল লিখকৰ অপূৰ্ব্ব সাহিত্যিক নিপুনতা। এটা ছেদতে আশ্চাৰ্য্য-বোধক, নঞৰ্থক, নিৰ্দ্দেশাত্মক, আজ্ঞাসূচক, প্ৰশ্নবোধক আদি বিভিন্ন ভাবমূলক শব্দৰ প্ৰয়োগ কৰি ভাষাৰ চমৎকাৰীতা বৃদ্ধি কৰাৰ উপৰিও ভাষাত থাকিব পৰা আড়ম্বতা দূৰ হৈছে। যেনে—"আৰু এদিন আই গোসাঁনীয়ে বোলে তোম্ৰাৰ বৰাপোত বিশ্বাস, স্নেহ, আদৰ-সাদৰ। আমাত, পুত্ৰ, ভাতৃ কতো নাই, চালো। আৰু বিত্ত খানিও দি থই ভাণ্ডি চিণ্ডি চুকাই নিছে। তিনিটি ছুৰা চোটা, আগলৈ নালাগে যেন। তেহে একদিনা গুৰুজন কৈলাসতে আছি বহি আছে স্নান নকৰি। গোসাঁনী ওলাই বোলে জল ঢালক বেলা হ'ল।

বোলে বৰ অকাৰ্য্য হ'ল আজি। বৎস এটি গৈছিল, কোল মাইলোঁ, মৈল, কি হব, কি কৰিম? আএ বোলে প্ৰাচিত্ত হৈ বৰ সভা ভোজ দিয়া হক। ঘৰ সোমাব নোৱাৰে তেনো এতিয়া আৰু। ছোট আতা পাই সেয়া কৈলে শ্ৰীৰাম আতাৰে। বোলে ৰবাপো, এনে হ'ল আজি। বোলে বাপ সেই পাপদোষৰ হৈ মই যাম নৰ্কলৈ উঠক স্নান কৰিবলৈ। তেহে বোলে ৰামানন্দৰ মাক, চা এতিয়া। মোৰ ৰবাপোহে নৰ্কলৈ গা হ'ল। তঞ ভাৰ্য্যা-পুত্ৰ দোষ-পাপ ল চাৰি গৃহ সোমাব নিদিয়। বোলে ৰবাপোহে সকলো বিশ্বাসৰ দেখিলি এতিয়া?" [কথা গুৰুচৰিত ২০৩ পৃষ্ঠা।]

চৰিত পুথিৰ গদ্যত বহু নিভাজ অসমীয়া যতুৱা ঠাচ আৰু খণ্ডবাক্যৰ ব্যৱহাৰ কৰা হৈছে যাৰ ফলত ভাষা সাহিত্যৰ প্ৰতি কোনো অনুৰাগ নথকা মানুহকো এই চিনাকী শব্দবোৰে আকৰ্ষণ কৰে আৰু পুথিত থকা ভাষাৰ প্ৰতি এটা অতি চিনাকী, আপোন ভাব আনি দিয়ে। পুথিত ব্যৱহৃত খণ্ডবাক্যবোৰ এনে ধৰণৰ—এটি কন্যা জোৰো, বানা বান্ধি, ঠাৎকৰে পাকৰি ছিগি গৈল, বাদ খুজিলে বেবুৱা লাগি ভুছৰাই বহি ফুৰে, ভৰষা কৈলে ইত্যাদি। আকৌ পুথিত থকা খণ্ডবাক্যবোৰ এনেকুৱা—'নিশ্চয়ে পাৰ, অনিশ্চয়ে সংসাৰ।' 'ৰাজাৰ হেংদাং পাত্ৰৰ কি?' 'নামে সমস্ত মন্ত্ৰৰ গুণ বীৰ্য্য'। 'ভাও পৰশি লৱণু থৰা, শিষ্য পৰশি তত্ত্ব কৰা' 'অসম ৰাজ্যৰ বিষয় কথা'। 'কুকুৰা নথ পুতি ৰহিল।" কেচাদালে ৰাঠি পুৰা পায়, পকালৈ চালে মুল হৰায়'। আকৌ পুথিত থকা ফকৰা-যোজনাবোৰ এনে—

"পণ্ড নকৰিবা শৰ, মৰাও নানিবা, জীয়াও নানিবা
গুদা হাতে নপশিবা ঘৰ।"
"আছিছা হৰিপো, কি ধুলি কাটিলা বাও
সংসাৰ জুৰি গুৰু ৰহিছে ক'ত দি আহিলা পাও।"
"হৰিৰ আজ্ঞাত আছিছো গোসাঁই পৃথিৱীত দি পাও
হৃদয়ৰ মাজে গুৰু আছে আপুনি বিচাৰি চাও"।

পূৰ্ব্বাপৰ চাবা, পূৰ মুখে যাবা।" ইত্যাদি

[ পাঠ্যনি : কথাগুৰু চৰিত্ ]

চৰিত পুথিত কথিত শব্দই বেছি প্ৰাধান্যতা লভিলেও তৎসম তদভৱ শব্দ, প্ৰাকৃত, হিন্দী, বঙ্গালী, আৰবী, পাৰ্চী আদি শব্দও মুক্তভাবে ঠায়ে ঠায়ে ভুমুকি মৰা দেখা যায়। এনে শব্দবোৰে চৰিত পুথিৰ ভকতীয়া ঠাচৰ ওপৰত কোনো প্ৰভাব পেলাব পৰা নাই। বৰং ই ভাৰাৰীতিক মনোগ্ৰাহীহে কৰিছে। সত্ৰীয়া গদ্যত ব্যৱহাৰ হোৱা যুবীয়া আৰু অনুৰূপ শব্দবোৰেও নিৰাভৰন আৰু কৃত্ৰিমতা শূন্য কথ্য ভাষাক অলংকৃত কৰিছে বুলি কব পাৰি। উদাহৰণ স্বৰূপে কথাগুৰু চৰিতত থকা যুবীয়া শব্দবোৰ এনেধৰণে লব পাৰি হেলা-হুচা, কাশী-বাৰাণসী, মিত্ৰ-সখীত্ব, হোম-আহুতি, তৰ্জ্জি-গৰ্জ্জি, কষ্ট-কম্বল, বিবাদ-সংগ্ৰাম, বিস্ময়-শ্ৰুতি, বিৰকত-বৈৰাগ্য, ভক্ষ্য-ভুক্ত, ঘাটৰ-বাটৰ, গীত-ৰাগ আশ্চৰ্য্য-অদ্ভুত, দ্ৰব্য-বস্তু জলৰ-আলিৰ, জাল-জঞ্জাই, তাল-সুৰ, তাৰণ-কাৰণ, চাট-বাচি, তুতি-তুষ্ট, দাতা-কৃপা, বাৰ্ত্তা-বিদ্য ইত্যাদি।

চৰিত পুথিৰ গদ্যত সুন্দৰ উপমাবো নিদৰ্শন আছে। এনে উপমাবোৰ ব্যৱহাৰ কৰোতে চৰিতকাৰে বাস্তিক জগতলৈ নগৈ আধ্যাত্মিক চিন্তা-ধাৰাৰ মাজতে সোমাই আছে আৰু মহাপুৰুষৰ জীৱন আৰু আদৰ্শৰ লগত সম্বন্ধ থকা উপমাহে ব্যবহাৰ কৰিছে। যেনে- "পৰম শ্ৰদ্ধেয় ভকতসাৰ থাকে শুনি গোঁসাই পনমালী কণ্ঠ যেন শুকমুনি।" "ঠেং ভাঙ্গ বৌ যায় মিছালৈ টোপনিধায" "সূৰ্য্যক কুলীএ ঢকাদি, অগ্নিক ভস্মে ঢকাদি চাকিছিল। তোম্ৰাহে চক্ষুৰ পতাল গুচাই দিবা অঞ্জন দিলা।" "গচ্ছ বান্ধিল, বুজিলে সজ, প্ৰাণৰ সংশয় নাই বিনা গছে বুজিলে ভয়।" ইত্যাদি।

কথাগুৰু চৰিতৰ গদ্যৰীতিত লক্ষ কৰিবলগীয়া ব্যাকৰণ সম্বন্ধীয় ব্যতিক্ৰম হ'ল এই যে চৰিতকাৰ সকলে চিৰাচৰিত ব্যাকৰণিক নীতিৰ পৰা আঁতৰি কিছু কিছু লিঙ্গ বিশেষণ প্ৰয়োগ কৰিছে। যেনে—

পঞ্চমী বিভক্তি 'পৰা' প্ৰাচীন 'হন্তে' আদিৰ ঠাইত 'ৰন্তে' বা 'ন্তে' ব্যৱহাৰ কৰিছে। যেনে– তোমৰা কৰতে অহা যাই ?" 'বোপা ৰ' ঠাইত কেৱল 'পা' ব্যৱহাৰ কৰিছে। যেনে— 'বোলে পা কি সোধা'? কেৱল 'ন' ব্যৱহাৰ কৰি নিষেধাৰ্থক অৰ্থ প্ৰকাশ কৰিছে। যেনে "বোলে বাপ সৰেখানি কৰি যাব, এটিহে ৰাখিব নপাৰিম।"

'বোলে ঘৰতে পৰম ব্ৰহ্ম, তাৰাযে বিষ্নিদূৰ কৰিব নপাৰে, এইভাৱে দূৰ কৰিব।"

"বিপ্ৰেগে সেহমতে আছে বহি। পুত্ৰে ভাতৃ মাতে নমাতে।"

কথাগুৰু চৰিতৰ গদ্যত স্বাভাবিকভাৱে কথা কোৱা ৰীত এটা ব্যৱহাৰ কৰি ভাষা সহজ কৰা দেখা যায়। এনে ভাষাৰীতিক অলঙ্কাৰ বৰ্জিত অথচ স্বাভাবিক গদ্যৰীতি বুলি কব পাৰি। যেনে – 'ভোজন আছে নাই, স্নান আছে নাই।" ইত্যাদি।

মানুহৰ অনুভূতি প্ৰকাশৰ মাধ্যম হ'ল ভাষা। গতিকে কোনো সাহিত্যৰ ভাষাৰীতি বিচাৰ কৰিব গলে ভাষাৰ লগত জৰিত হৈ থকা বিষয়বস্তু আৰু আনুভূতিক প্ৰমূল্য সম্বন্ধেও বিচাৰ কৰি চাব লাগিব। চৰিত পুথিৰ বিষয়বস্তুৰ লগত জৰিত হৈ আছে গুৰু আৰু শিষ্যৰ মন আৰু হৃদয়ৰ আবেগ আৰু ভালপোৱা ভাব। ভক্ত শিষ্যই গুৰুৰ মহান আদৰ্শক চৰিত পুথিৰ মাজেৰে দাঙি ধৰিব যাওতে গ্ৰন্থৰ বিষয়বস্তু আৰু ভাষাই এটি মনোৰম ঘৰুৱা পৰিবেশৰ সৃষ্টি কৰিছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুবাদেৱৰ মতে "কেৱল কথ্য ভাষাৰ প্ৰয়োগেই এই ঘৰুৱা ভাৱ সৃষ্টিৰ মূল নহয়। ঘৰুৱা জীৱনৰ কাৰ্য্য-বলীত যেনে লাগ বান্ধ নাই, ঘৰুৱা মেলৰ যেনে আগ গুৰি নাই সেইদৰে চৰিত পুথিৰ লিখকেও কোনো ধৰা বন্ধা প্ৰণালীৰে মহা-পুৰুষৰ জীৱনী সংকলন কৰিবলৈ চেষ্টা কৰা নাই।" চৰিত পুথিৰ গদ্যক দাস্যভাবপূৰ্ণ এক মৃদু, বলিষ্ঠ, লোকখ্যাতি সম্পন্ন ভাষা বুলিব পাৰি।

এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি যে পুৰণি সংস্কৃত সাহিত্য অশ্বঘোষৰ বুদ্ধচৰিত', বাণভট্টৰ 'হৰ্ষচৰিত' জৈন সকলৰ

'মহাবীৰ চৰিত', 'আদিনাথ চৰিত', 'শান্তিনাথ চৰিত' আদি চৰিত সাহিত্যত থকাৰ দৰে অসমীয়া চৰিত সাহিত্যত কল্পনা কৰিব নোৱৰা ধৰণৰ অতিৰঞ্জন আৰু অলৌকিকতা নাই। আমাৰ মহাপুৰুষসকলৰ জীৱনৰ সকলো কাম সমাজৰ সকলো শ্ৰেণী মানুহৰ মাজত থাকি সাধিত হৈছে। সেয়ে এই চৰিত সাহিত্যবোৰৰ ভাষা অত্যাধিক কল্পনাবিলাসী বা অতিৰঞ্জিত নহয়। লগতে চৰিত পুথিৰ গদ্যৰ আদৰ্শাত্মক দিশটোৰ প্ৰতিও আমি পাহৰিব নালাগিব।



# বঘুনাথ মহন্তব কথাবামায়ণ আৰু আন আন ধৰ্মীয় গদ্য

## [ অষ্টাদশ শতিকা ]

অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত গদ্য সাহিত্যৰ ধাৰাবাহিকতা বক্ষা কৰি পৰ্য্যালোচনা কৰিব গলে ভট্টদেৱৰ গদ্যৰ পিচত আমি চৰিত সাহিত্যৰ লেখো লব পাৰো আৰু বঘুনাথ মহন্তৰ ৰামায়ণী গদ্যৰ কথাও কব পাৰো। দুয়োবিধ সাহিত্যই প্ৰায় সমসাময়িক কালৰ সৃষ্টি। চৰিত পুথিৰ গদ্য বৰ বিস্তৃত। সপ্তদশ শতিকাৰ পৰা আৰম্ভ কৰি অষ্টাদশ শতিকাৰ শেষলৈ চেগা-চোৰোকাকৈ এইবিধ সাহিত্যৰ সৃষ্টি হৈয়েই আছিল আধুনিক জীৱনী সাহিত্যৰ প্ৰথম স্তৰ এই চৰিত সাহিত্যবোৰ। কিন্তু বঘুনাথ মহন্তৰ গদ্য এটা নিৰ্দিষ্ট সময়ৰ সৃষ্টি—অষ্টাদশ শতিকাৰ আদি ভাগৰ। গতিকে ভট্টদেৱৰ পিচতে চৰিত সাহিত্য আৰু তাৰ পিচত ৰামায়ণী গদ্যৰ আলোচনা কৰিব পৰা যায়।

সাহিত্যৰ বুৰঞ্জী প্ৰণেতাসকলৰ মতে অষ্টাদশ শতিকাৰ আগলৈকে কোনো প্ৰান্তীয় ভাৰতীয় ভাষাত গদ্যত ৰামায়ণ অনূদিত হোৱা নাছিল। বঘুনাথ মহন্তৰ 'কথাৰামায়ণে' প্ৰথম ভাৰতীয় প্ৰান্তীয় গদ্য ৰামায়ণ। মহন্তই তেওঁৰ গ্ৰন্থৰ বিষয়বস্তু সংস্কৃত মূল ৰামায়ণৰ পৰা নলৈ মাধৱ কন্দলীৰ অসমীয়া পদ ৰামায়ণক আশ্ৰয় কৰিছে। তেওঁৰ আন আন গ্ৰন্থৰ পৰা আভাস পোৱা যায় যে গ্ৰন্থকাৰৰ সংস্কৃত ভাষাৰ জ্ঞানো ঠেক নহয়। কিন্তু মাধৱ কন্দলীৰ ৰামায়ণৰ ভাষা, পৰিবেশ আদিৰ লগত পাঠকৰ ইতিমধ্যে গঢ়া সম্বন্ধটোক আৰু গাঢ় কৰাৰ অভিপ্ৰায়েৰে বোধহয় তেওঁ সংস্কৃত ৰামায়ণৰ আশ্ৰয় নললে।

শঙ্কৰদেৱৰ অঙ্কীয়া নাটৰ গদ্যৰ সৃষ্টিৰ পৰা ৰঘুনাথ মহন্তৰ ৰামায়ণী গদ্যৰ সৃষ্টিলৈকে প্ৰায় ডেৰশ বছৰ সময়ৰ ব্যৱধান। গতিকে এই সুদীৰ্ঘ কালচোৱাত ভাষায়ো তাৰ ৰূপ সলাইছে। ৰঘুনাথ মহন্তই ৰচনা কৰা কথাৰামায়ণৰ অংশ ব্ৰজাৱলী গদ্য আৰু ভট্টদেৱৰ গদ্যৰ একোটাকৈ অংশ লৈ আলোচনা কৰি চালেই তিনিওটা গদ্যৰ মাজৰ পৰিবৰ্ত্তনৰ গতিধাৰাৰ আভাস পাব পাৰিম।

ব্ৰজাৱলী গদ্য—"হে স্বামী! ভিক্ষুক মুখে তুৱা ৰূপ-গুণ শুনিয়ে কায়বাক্যমনে তোহাক পতিভাবে বৰইছি। তথি পাপী শিশু-পাল হামাক বিবাহ কৰিতে আবল থিক জৈছে সিংহক ভাগ নিতে শৃগাল চুপিযে ৰহয থিক। তাহে দেখিযে ভযে দণ্ডে যুগ জাই। জানি হামু নিজ দাসীক সত্বৰে নেওসিযা স্বামী।"

[ ৰুক্মিণীহৰণ নাট ]

ভট্টদেৱৰ গদ্য "শুকে কহন্ত. এমনে লক্ষ্মীপতি ভগৱন্ত দ্বাৰকা নগৰত মহাসুখে বঞ্চিলা. যাত সকল সমৃদ্ধি হুয়াছে, বৃষ্ণি বংশসৱে নিবাস কৰে, অলঙ্কৃত নৰ-নাৰীসব, অশ্বৰথ, পদাতি সমে মত্ত হস্তীসবো অলঙ্কৃত হয়াছে। পুষ্পিত উপবন উদ্যানসমে মণ্ডিত হয়াছে। [ ভাগৱত কথা দ্বাদশ স্কন্দ ]

ৰামাযণী গদ্য "জানা বাল্মীকি, দুৰ্জনৰ সঙ্গত সন্তবো মতি নষ্ট হয়ে। অসন্তৰ মতি নষ্ট হৈব তেন কি কহব। কুজীৰ বোলে চিত্ৰ বিহাৰি ক্ৰোধে গৃহে পশি মুক্ত কেশে ভূমিত লুটি ৰামৰ গুণ স্মৰি আপোনাক গৰিহা কৰি ৰহিলা। স্ত্ৰীৰ হেনয় চৰিত্ৰ: যাত অতি অনুৰক্ত তাতে তিলেকে বিৰক্ত। এতেকেসে বিবেকীসবে স্ত্ৰীত বিশ্বাস নাহি কৰে।" [ ৰামাযণ কথা: অযোধ্যা কাণ্ড ]

অসমীয়া গদ্যৰ জন্ম-লগ্নৰ পৰা অষ্টাদশ শতিকাৰ ৰঘুনাথ মহন্তৰ ৰামায়ণী গদ্যলৈকে দৃষ্টি নিক্ষেপ কৰিলে দেখা যায় যে ব্ৰজাৱলী গদ্য বা ভট্টদেৱৰ গদ্যতকৈ ৰামায়ণী গদ্য সবল, সহজ আৰু কথিত ভাষাৰ বেছি ওচৰ চপা। ড. সত্যেন্দ্ৰনাথ শৰ্মাদেৱে কথাৰামায়ণৰ

গদ্যৰ বিষয়ে মন্তব্য দিছে এনেধৰণে—"সংযম আৰু গাম্ভীৰ্য্যতাই, ভক্তিভাৱৰ গাঢ়তাই আৰু সৰল গদ্যভঙ্গীয়ে এই গ্ৰন্থক অসমীয়া সাহিত্যৰ ইতিহাসত বিশেষ স্থান দিছে।" গদ্যৰ ঠাচ হিচাপে তেওঁ ভট্টদেৱক অনুসৰণ কৰিলেও ভট্টদেৱৰ গদ্যতকৈ ৰামায়ণী গদ্য সহজ সৰল। প্ৰকাশভঙ্গীও সুঠাম আৰু সৰল। ৰামৰ গুণানুকীৰ্ত্তন কৰিবলৈ ব্যৱহাৰ কৰা শব্দাবলীও অতি কোমল মিঠা। ভট্টদেৱৰ গদ্যত দেখা নাযায়। তৎসম শব্দৰ ব্যৱহাৰ যদিও একেবাৰে পৰিহাৰ কৰিব পৰা নাই তথাপিও ভট্টদেৱৰ গদ্যত থকাতকৈ কম। তলৰ উদ্ধৃত অংশটোলৈ লক্ষ্য কৰিলে তাৰ প্ৰমাণ পোৱা যায়।

"পুনু ধনুৰ অগ্ৰভূমিত থাপি অপৰ অগ্ৰক বাম হস্তে ধৰি উন্নমন কৰি তেখনে গুণ লগাইল। পুনু ধনুৰ মধ্যভাগে বামহস্তে ধৰি লীলা কৰি দখিন হস্তে আকৰ্ষণ কৰিল, তেখনে মধ্যভাগে চিণ্ডি দুই খণ্ড ভৈল।"

ভট্টদেৱৰ দৰে ৰঘুনাথ মহন্তইও তেওঁৰ গদ্যত নাটকীয় ৰীতি বা কথোপকথন ৰীতি ব্যৱহাৰ কৰি বিষয়বস্তু পাঠক শ্ৰোতাৰ মনোগ্ৰাহী কৰিবলৈ যত্ন কৰিছে। "নাৰদে কহন্ত জানা বাল্মীকি ৰামৰ অভিষেক শুনি যেখন নগৰত মহা-মহোৎসৱ, সোহি সময়ে কৈকেয়ীৰ দাসী কুজা নামত মন্থৰা নগৰত আনন্দ বধাই দেখি জিজ্ঞাসা কৰি ৰামৰ অভিষেক শুনি মহা মনোকষ্টে মহাদয় কৈকেয়ীত কহিল। শুনি পটেশ্বৰী কুজীক কণ্ঠ হাড় দি বোলন্ত— হে বাই কুজী মোত হেন প্ৰিয়বাৰ্তা কহিলি ইয়াৰ উচিত ফল তোক লাগি মেদেখি।"

ভট্টদেৱৰ গদ্য আৰু ৰামায়ণী গদ্যৰ মাজত কোনো কোনো চৰিত পুথিৰ গদ্যইও ভুমুকি নমৰাকৈ থকা নাই। সপ্তদশ শতিকাৰ আগভাগতে ৰচিত বুলি অনুমান কৰা কথা গুৰুচৰিত এখন বেণুধৰ ৰাজখোৱাদেৱে সংগ্ৰহ কৰি উলিয়াইছিল। গুৰুচৰিতখনৰ ভাষা এনেকুৱা—"এদিন গুৰু ঈশ্বৰে পুথি লিখি বহি আছে, ওচৰত আই আৰু বৰ্ত্তাপোও বহি আছে: এনেতে এজনলোকে সম্বাদ দিলেহি

জয়ন্তা মাধৱৰ মৃত্যু হ'ল। মৃত্যুৰ অন্তমত কলে অনুভৱ কৰাইত হাত সুমালো। বখলা বখলে খাবলৈ নাপালো।"

অঙ্কীয়া নাট, কথাভাগৱত, চৰিতপুথি আৰু কথাৰামায়ণ ভাষাগত পাৰ্থক্যটোৰ কথা লক্ষ্য কৰি সাহিত্যৰ বুৰঞ্জী লিখক ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াদেৱে মন্তব্য দিছে "ৰচনা ৰীতিৰ পাৰ্থক্য আলোচ্য কথাৰ সমতলৰ ওখ-চাপৰ অনুসৰিয়েই হীন-দেৰি হয়। তাৰ বাহিৰে সময়ৰ আগপিচৰ বাবে ৰচা-টুটা সামান্য বুলিব পাৰি।" ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে কথাৰামায়ণৰ গদ্যসম্পৰ্কে তেখেতৰ Early Assamese Literature ত লিখিছে—There is a dramatic setting about the whole book The influence of Ankia Natak is specially noticed in the language of Katha Ramayana as can be seen comparing it with Sankar Dev's Ramvijaya The language of Katha Ramayana is not free from the influence of Sanskrit.'

কথাৰামায়ণত প্ৰয়োগ কৰা ব্যাকৰণ ৰীতি সম্বন্ধে লক্ষ্য কৰিলেও দেখা যায় যে লিখকে কম পৰিমাণে তৎসম শব্দ প্ৰয়োগ আৰু সমাসসিদ্ধ পদৰ বাহিৰে ভট্টদেৱে ব্যৱহাৰ কৰা ব্যাকৰণীক ৰীতিকেই বাহাল ৰাখিছে। কথাত লিখা ৰঘুনাথ মহন্তৰ ৰামায়ণ সম্পূৰ্ণকৈ পোৱা হোৱা নাই মাত্ৰ প্ৰথমৰ চাৰিটা কাণ্ডহে পোৱা গৈছে। গ্ৰন্থখনৰ "কিষ্কিন্ধা কাণ্ড"টো শিৱ ভট্টাচাৰ্য্য নামৰ আন এজনে লিখা বুলি প্ৰমাণ পোৱা গৈছে। উক্ত কাণ্ডত ব্যৱহাৰ হোৱা ভাষাৰ পৰা গমপোৱা যায় যে ৰঘুনাথ মহন্ত আৰু শিৱ ভট্টাচাৰ্য্যৰ ভাষাৰ কিছু পাৰ্থক্য আছে। পিচৰজনে বিদ্যানন্দৰ সন্তৰ দৰে নিজানে ভাষা আগৰজনতকৈ সহজ কৰাৰ যত্ন কৰিছে আৰু কমিত ভাষাৰ ওপৰত বিশেষ ধৰণে আশ্ৰয় লৈছে যেনে—"বানৰ জাতি বিশ্বাস: যত্ত বুলিলে মানে সবে পালবিছে।" হে লক্ষণ আপুনি কিষ্কিন্ধ্যা চলা লইক বানৰক মোৰ আগে আনিয়ো। কেন বাজক কিছুৰ খোৱে

যন্ত্র দেখাই ভাণ্ডিলে : আৰ জেন বিনা হাটুৰি-বটা'ৰি নকাটয় । ৰামৰ বচনত লক্ষণৰ তম্ভ ভৈল । আজি সুগ্রীৱক মাৰো । হেৰ আসো বুলি ভাৰ্য্যা লৈয়া ৰাজ্য কৰে ।"

এইখিনিতে এটা কথা কিন্তু সঠিকভাবে ক'ব পাৰি যে শঙ্কৰদেৱৰ অঙ্কীয়া নাটৰ গদ্যই আৰু ভট্টদেৱৰ কথাভাগৱত আৰু কথাগীতাৰ গদ্যই যেনেধৰণে সাহিত্যৰ বুৰঞ্জীত একোটা স্বকীয় গদ্যশৈলীৰ সৃষ্টি কৰিছিল ৰঘুনাথ মহন্তৰ গদ্যই তেনে কোনো বিশেষ গদ্য ৰীতিৰ স্বকীয়তা সৃষ্টি কৰা নাই । সেই কাৰণেই সম্ভৱতঃ বহু-কেইজন বুৰঞ্জী লেখকে ৰঘুনাথ মহন্তৰ গদ্যক পৃথকভাবে শ্ৰেণীবিভক্ত কৰি আলোচনা কৰাৰ প্ৰয়াস কৰা নাই ।

ৰঘুনাথ মহন্তৰ প্ৰায সমসাময়িক বা তাৰ কিছু আগৰ বা পিচৰ দুই চাৰিজন অখ্যাত লিখকৰ কিছুসংখ্যক ধৰ্মীয় গদ্য সাহিত্য পলমকৈ হলেও পোহৰলৈ আহিছে । সেই সকলৰ গদ্য-ৰীতিয়ে সাহিত্যৰ বুৰঞ্জীত বিশেষ কোনো প্ৰভাব পেলাব পৰা নাই । অগ্ৰজ সকলৰ অনুকৰণতেই তেওঁলোকেও গদ্য সৃষ্টি কৰিছে । গ্ৰন্থৰ বিষয়বস্তু মূল সংস্কৃত গ্ৰন্থৰ পৰা সংগ্ৰহ নকৰি অগ্ৰজসকলৰ ভাঙনীৰ পৰাই লৈছে । এই সকলৰ ভিতৰত অষ্টাদশ শতিকাৰ দ্বিতীয, তৃতীয দশকত গদ্যত অনুবাদ কৰা কোনো অজ্ঞাত লিখকৰ 'কথা নামঘোষা' কামৰূপ অনুসন্ধান কমিটিয়ে উদ্ধাৰ কৰিছে । গ্ৰন্থখনৰ গদ্যৰ আৰ্হি এনেধৰণৰ— "শ্ৰীকৃষ্ণ আপুনাৰ নিজ মূৰ্ত্তি মহেশক দিলা । কেনেমু আপুনি নিজ ব্ৰহ্ম হুয়া মূৰ্ত্তিক নমিলে ।"

সংস্কৃত নাৰদীয় পঞ্চৰাত্ৰ তন্ত্ৰৰ কথা ভাঙনি কোনো অজ্ঞাত লিখকে "কথাসাত্বততন্ত্ৰ" নাম দি প্ৰায় একে সময়তেই অসমীয়াত অনুবাদ কৰিছিল । নটা অধ্যায়ত শেষ কৰা এই গ্ৰন্থখনিৰ অংশ-বিশেষ কামৰূপ অনুসন্ধান কমিটিয়ে সংৰক্ষণ কৰিছে । ইয়াৰো গদ্য ভট্টদেৱৰ কথা-ৰীতিৰ সদৃশ । তৎসম শব্দৰ প্ৰভাব কম । কথিত ভাষাই প্ৰাধান্য লভিছে । গ্ৰন্থখনৰ ভাষা-ৰীতি এনেধৰণৰ—

"ৰস, ৰূপ, শব্দ স্পৰ্শ চাৰিও জলৰ বুজিবা। পৃথিৱীত সকল গুণ বুলিবা। চৰিশতত্ত্বে পুৰুষৰ ইচ্ছা নিমিত্তে হুয়া আপনাৰ অংশে চতুৰ্দ্দশ ভুবনাত্মক বিৰাট জন্মাইলা।"

এনেধৰণে বিচাৰ কৰিলে আৰু কেইখনমান জ্ঞাত-অজ্ঞাত লিখকৰ কথা সাহিত্য ওলাব। প্ৰায়বোৰবে ভাষা-ৰীতি প্ৰায় একে পৰ্য্যায়ৰ। অষ্টাদশ শতিকাৰ শেষৰফালে ৰচিত 'পদ্মপুৰাণ' নামৰ গদ্যপুথি এখনো পোৱা গৈছে। বিভিন্ন ঋতু, পৰ্ব্ব, দিন, তিথি, মাহ, পক্ষ আদিত পালিবলগীয়া নিয়ম-নীতি আৰু আচাৰ-বিচাৰৰ উল্লেখ আছে। "কাৰ্ত্তিক মাসত যি পৰমেশ্বৰক তুলসী দান কৰে অযুত গোদানৰ ফল পাই। এই কাৰ্ত্তিকৰ অমাবস্যাত উল্কা দান কৰিলে পিত্ৰাদি তুষ্ট হয়।" গদ্য পুথিখনৰ ভাষা আধুনিক ভাষাৰ ওচৰ চপা। বুজিবৰ বাবে অতি সহজ সৰল।

ধৰ্মীয় গ্ৰন্থৰ শাৰীত পেলাই আলোচনা কৰিব পৰা আন এখন গদ্য সাহিত্য হ'ল 'হৰগৌৰী সম্বাদ' ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই গ্ৰন্থখনৰ ৰচনাকাল অষ্টাদশ উনবিংশ শতিকা বুলি অনুমান কৰে। গ্ৰন্থখনৰ ভাষাই আধুনিক ভাষাক একেবাৰে স্পৰ্শ কৰা যেন লাগে —"পাচে পুত্ৰ ঘোৰ ৰণ কৰি বৰক জিনিব, ৰাজাও পৰলোক গতি কৰিব, পুত্ৰে ৰজা হ'ব।"



# বুৰঞ্জী আৰু ব্যৱহাৰিক জ্ঞানবিষয়ক গদ্য

## [ সপ্তদশ, অষ্টাদশ শতিকা ]

ৰঘুনাথ মহন্তৰ ৰামায়ণী গদ্য আৰু অসম বুৰঞ্জীৰ জন্মৰ সময় প্ৰায় সমসাময়িক। আহোম ৰজাসকলৰ পৃষ্টপোষকতাত সপ্তদশ শতিকাত বুৰঞ্জীৰ গদ্যই জন্ম লাভ কৰি অষ্টাদশ শতিকাত বিস্তৃতি লাভ কৰে। অসমৰ পুৰণি বুৰঞ্জীৰ ভড়াল আচলতে যেনে শকত আছিল।পচৰ কালত তেনেধৰণে উদ্ধাৰ হোৱা নাই। নানা মাৰি-মৰক, প্ৰাকৃতিক দুৰ্য্যোগ, মানৰ আক্ৰমণ, মোৱামৰীয়া বিদ্ৰোহ, কোঁৱৰ বিদ্ৰোহ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ বুৰঞ্জীদাহ আদি এশ একুৰি ঘাট-প্ৰতিঘাটৰ মাজত পৰি যি সামান্য বৈ থাকিল সিয়েই অসমীয়া সাহিত্যৰ বুৰঞ্জীত এক গৌৰৱময় প্ৰাচীন গদ্য সাহিত্যৰ ইঙ্গিত দিব পাৰে। কামৰূপ অনুসন্ধান সমিতি আৰু অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ চেষ্টাত এতিয়ালৈকে প্ৰকাশ পোৱা পুৰণি বুৰঞ্জীবোৰৰ কেইখনমান হ'ল– পুৰণি অসম বুৰঞ্জী, তুংখুংঙীয়া বুৰঞ্জী, দেউধাই অসম বুৰঞ্জী, ত্ৰিপুৰা বুৰঞ্জী, কছাৰী বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী, অসম বুৰঞ্জী, কামৰূপ বুৰঞ্জী, নামৰূপ বুৰঞ্জী, পাদশাহ বুৰঞ্জী, সাত-সৰি অসম বুৰঞ্জী, সাদৰামিনৰ বুৰঞ্জী, চাংৰং ফুকনৰ বুৰঞ্জী, অসমৰ পদ্য বুৰঞ্জী আদিয়েই প্ৰধান। ইয়াৰ ভিতৰত ৺হেমচন্দ্ৰ গোস্বামীয়ে সম্পাদনা কৰা 'পুৰাণি অসম বুৰঞ্জী' খনকেই প্ৰাচীন বুৰঞ্জী বুলি কোৱা হৈছে।

আহোম যুগৰ এই বুৰঞ্জীবোৰ অষ্টাদশ শতিকাৰ শেষলৈকে ৰচিত হৈ আছিল বাবে আধুনিক অসমীয়া গদ্যৰ সৃষ্টিত এই বুৰঞ্জী-বোৰে নিঃসন্দেহে অবিহণা যোগাইছিল। পুৰণি বুৰঞ্জীবোৰৰ গদ্য

সম্পৰ্কে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ মত হ'ল—''পুৰণি বুৰঞ্জী বৈষয়িক ব্যক্তিৰ ঐহিক বিষয়ৰ উক্তি। ইয়াৰ ভাষাই সমসাময়িক কথ্য ভাষাক প্ৰতিনিধিত্ব কৰিছে। এই বুৰঞ্জীৰ ভাষাৰ অনুকৰণতে অৰু-ণোদয়ৰ সহজ-সৰল গদ্য গঢ়ি উঠিছিল।

ডঃ সূৰ্য্যকুমাৰ ভূঞাদেৱে পুৰণি বুৰঞ্জীৰ ভাষা সম্পৰ্কে মন্তব্য দি কৈছে—"পুৰণি বুৰঞ্জীৰ কথাখিনি শুকান হাড়-ছাল নহয়। তাত ভাবৰ সমাবেশ আৰু আবেগৰ সৌৰভ লক্ষ্য কৰিব পাৰি। বুৰঞ্জী আৰু সাহিত্যৰ এনে অপূৰ্ব্ব ত্ৰিবেণীসঙ্গম বৃটিছৰ পূৰ্ব্বযুগৰ কোনো প্ৰাদেশীক সাহিত্যতে দেখিবলৈ পোৱা নাযায়।" আকৌ ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাদেৱৰ প্ৰাচীন অসমীয়া বুৰঞ্জী গদ্য সম্পৰ্কে মন্তব্য হ'ল— "বুৰঞ্জীসমূহ কথিত ভাষাত ৰচিত। ঐহিক জীৱনৰ বাস্তৱধৰ্মী ঘটনা প্ৰকাশৰ উপযোগী মাধ্যম কথিত ভাষা। ইয়াৰ ভাষাত কৃত্ৰিমতা নাই। অপ্ৰচলিত শব্দ বা ক্ৰিয়াৰ ৰূপ পোৱা নাযায়। ভাষাৰ ব্যৱহাৰিক ৰূপটোহে গ্ৰহণ কৰিছিল।"

ব্ৰজাৱলী গদ্যৰ পৰা আৰম্ভ কৰি ইয়াৰ পিচৰ প্ৰায়বোৰ গদ্যতে পোৱা কথোপকোথন বা ভাষাৰ নাটকীয ঠাচ এটা বুৰঞ্জীৰ গদ্যতো লক্ষ্য কৰিব পাৰি। "এনে ভাষাই বুৰঞ্জীৰ ভাষাৰ স্বাভাবিক ৰীতি-নীতি আৰু অনুভূতিৰ প্ৰকাশ ক্ষমতাৰ ইঙ্গিত দিয়ে।" যেনে "মই মাটিৰ গড় বান্ধিম খহিব, কাঠৰ গড় বান্ধিম পচিব, মই কথাৰ গড় বান্ধি দিছো প্ৰাণপৰি ভূগী হব।"
"নাও তল যাব, শিল ওপঙিব, কোৱা বগা হব, লুইত উজাই বব তেবে কি আমাৰ কবুল ছাৰিবেক?"
"পাচে আমাৰ গড় ভিযাৰ কৰি বোলে— হাতী ছাৰি লাদকো নিদিও। আগৰ কাঠ ছাৰি জগা কাঠকে নিদিও।"

পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে পুৰণি অসম বুৰঞ্জীৰ পাতনিত লিখিছে— "ইয়াৰ লিখাত কণো বাহুল্য কথা নাই। ভাষা যেনে সৰল তেনে আত নলগা বিষয়বস্তুৰ প্ৰকাশত নিভাজ থকয়া ভাষাই

সহায় কৰিছে।" তলত দিয়া উদ্ধৃতিটোৱে বুৰঞ্জীৰ ভাষাৰ সবলতা আৰু স্পষ্টতাৰ প্ৰমাণ দিয়ে। "চৰাএ পোৱালী তোলে, ঠোঁটত খৰি উকৱাই চাই: পাখি জদি গজিল, উৰিব জদি পাৰিলে, মাইকিৰ লগত চৰি বুলি আহি বাস লয়হি। পাখি যদি সমান হ'ল, মাই-কিয়ে আধাৰ দিব নোৱাৰি উকৱাই নিযে। এক উৰান দি পৰেগে ছুনাই বাস নাপাই হিঃ কোনো শিয়াল কুকুৰে খাই, নাই মানুহে খৰি নিয়ে, দোৱাবাৰ বাহ নাপাই: কমাৰে চক বেচে পাইকে হাতত লৈ বজাই চায়।" [ পুৰণি অসম বুৰঞ্জী ]

ড: সূৰ্য্যকুমাৰ ভূঞাদেৱে এই বুৰঞ্জীবোৰৰ ভাষা সম্পৰ্কে মন্তব্য দিছে—"The total effect ( of the language of the hıstorıes ) is an unıque dıgnıty and flavour al-most archaıc, carrı n at the same tıme the ımpre-ssıon of homelıness and ease"

পুৰণি বুৰঞ্জীৰ গদ্যৰ সংক্ষিপ্ততা অথচ প্ৰাঞ্জলতাৰ বিষয়ে "অসমীয়া কথাসাহিত্য বিকাশৰ চমু আভাস" নামৰ প্ৰবন্ধত বেণুধৰ শৰ্মাদেৱে লিখিছে "বুৰঞ্জী গদ্যৰ ভাষা কথিতেই, কিন্তু প্ৰাণৱন্ত। অবস্থাভেদে বাক্য একোটিও টোপাকাণ্ড হেন— অন্তৰলৈকে ভেদে। ঠাই, ঘটনা, চৰিত্ৰৰ বিৱৰণো কটকটীয়া অথচ অতিৰঞ্জন দোষে নপৰ্শা। — ব্যৱহাৰিক জীৱনত সদায় লাগি থকা শব্দ সম্ভাৰ সোমাই আছে বুৰঞ্জী পাতৰ গদ্যত।"

বুৰঞ্জীৰ বিষয়বস্তু আৰু তাত ব্যৱহৃত ভাষা সাধাৰণতে নিৰস। কিন্তু পুৰণি অসম বুৰঞ্জীৰ গদ্যত ঘৰুৱা উপমা, খণ্ডবাক্য, উপকথা সাদৃশ্য আদিৰ সংযোগ ঘটাই তাৰ ভাষাৰ এই নিৰসতা দূৰ কৰিবলৈ যত্ন কৰা হৈছে। যেনে "মই হাতে তিলকুশলৈ বিশ্বনাথ ক্ষেত্ৰত হাত জুৰুৰিয়াই কবুল কৰিছো, লাউ তল যাব, শিল ওপঙিব, কোৱা বগা হব আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব। তবে কি সোমাৰ কবুল ছুৰিব ?"

বুৰঞ্জীৰ গদ্যৰ আন এটি লেখত লবলগীয়া বৈশিষ্ট্য হ'ল লিখনিৰ পুংখানুপুংখতা। একোটা বিশেষ ঘটনা বা কাহিনী উল্লেখ কৰোঁতে তাৰ শক, মাহ, তাৰিখ, বাৰ পল, দণ্ডলৈকে উল্লেখ কৰিছে। যেনে—"সোতৰশ পশিচ শকৰ ফাগুন মাহৰ, ২২ দিন যাওঁতে বৃহস্পতিবাৰে, পঞ্চমী তিথিত শ্ৰীশ্ৰীতুংখুঙীয়া দেৱৰ বুৰঞ্জী লেখায়।"

পুৰণি অসম বুৰঞ্জীবোৰত ব্যৱহাৰ হোৱা শব্দ সম্ভাৰ কথিত ভাষাৰ পৰাই বিশেষকৈ গ্ৰহণ কৰিছে যদিও বিভিন্ন ভাষাৰ-মিশ্ৰিত শব্দাৱলীও ইয়াত ঠাই পাইছে। বিশেষকৈ বুৰঞ্জী লিখকসকল বিভিন্ন ঠাইৰ ভিন্ন ভিন্ন ভাষা-ভাষী লোক হোৱা বাবে সেইসকলৰ ভাষাৰ শব্দও বুৰঞ্জীৰ ভাষাত সোমাই গৈছে। বঙালী, হিন্দী, উৰিয়া, পাৰ্চি, আৰবী, পালি, প্ৰাকৃত আৰু সংস্কৃত ভাষাৰ শব্দও বুৰঞ্জীৰ ভাষাত বহুল পৰিমাণে পোৱা যায়। যেনে বঙালী—কেন, বলেন, পাঠায়াছি, জানিলাম ইত্যাদি। হিন্দী—নেহি ঝুঠ, হাম, তুম, হমেচা আদি। উৰিযা— কহন্তু, বোলন্তু, ডম্বাই, টাঙ্কা আদি। আৰাবী—খোদাযেক, হাবিস, মাফিক, দোস্তৰাখ, তবকেৰ আদি। সংস্কৃত—যদ্যপি, অদ্যপি, দুৰ্ব্বাক্ষত, তদন্তৰ তনু, মনুষ্য, নবীন, বস্ত্ৰ, বিধিবৎ শ্বেতবস্ত্ৰ, যাৱদ্বিভূতি, গো-মহিষ, পঞ্চপল্লৱে ইত্যাদি।

বুৰঞ্জীৰ গদ্য বাস্তৱ জীৱনৰ সঁচা ঘটনা বৰ্ণনা কৰা গদ্য। ইযাত অনাহকত কৰা ভাব প্ৰৱণতা, চাঞ্চল্যতা নাই। বাস্তৱ জীৱনৰ অভিজ্ঞতালৈ জুখি-মাখি কোৱা ভাষাহে ইয়াত আছে। ডঃ প্ৰফুল্ল কটকীয়ে বুৰঞ্জীৰ গদ্যৰ এনে স্পষ্টতা সম্বন্ধে লিখিছে—"কল্পনাৰ ঠাই বুৰঞ্জীৰ গদ্যত থাকিব নোৱাৰে। ইয়াৰ ভাষা যেন জুখি-মাখি কোৱা হয়। অনাহক বাহুল্যতা ইয়াত নাই। দুই এক বিৰল ব্যতিক্ৰম বাদে স্বৰ্থাত্মকতাৰ স্থানো ইযাত নাই। ইয়াৰ কথাও পোনপটীয়া অৰ্থও পোনপটীয়া। বুৰঞ্জীৰ গদ্য সাধাৰণতে উকা গদ্য, নিৰাভৰণ গদ্য। বাক্যবোৰৰ গঠনশৈলীও সৰল। সহজ সাধ্যতা বা আয়াসহীনতা,

সংযম আৰু গাম্ভীৰ্য্য ইয়াৰ অন্যান্য বৈশিষ্ট্য।' উল্লেখযোগ্য যে—এইকেইটা গুণ যিকোনো ভাষাতেই ৰূপণী ৰচনা ৰীতিৰ অন্যতম মৌলিক উপাদান।" ত্ৰিপুৰা বুৰঞ্জীৰ পৰা লোৱা নিম্নলিখিত গদ্যাংশ পঢ়ি চালে বুৰঞ্জী গদ্যৰ স্পষ্টতাৰ আভাস পাম—

"আৰে উত্তৰফালে গোমতী নদী ঘূৰি গৈছে। এই নদীৰ সিপাৰৰ পৰা হাবি-পৰ্ব্বত। তাতে ত্ৰিপুৰা মানুহ আছে। ধান, কপাহ আৰ্জ্জে। বাটৰ দক্ষিণফালে অমৰ সাগৰ নামৰ এক দীৰ্ঘী আছে। দীঘে আমাৰ ৰংপুৰৰ পুখুৰীৰ মান, পথালিয়ে আৰে আদ-খনিতকৈ কিছু বচা। আৰে পূব পাৰে ৰাজবংশী দুই ঠাকুৰৰ ইটাৰো, কাঠ-বাহৰো ঘৰ আছে। এই দুইৰ লগত নিসান, নাগ-ডাও চলে, ঘৰতো ডাৱ পৰ মাৰে। দীৰ্ঘীৰ চাৰিওপাৰে নগৰীয়া মানুহ, তাতী, সোণাৰী, কমাৰ, কুমাৰ, চমাৰ, কুন্দাৰ, ধোবা, বাটৈ এই সকলৰ ঘৰ আছে।"

যিটো ভাষাত যিমানে ঘৰুৱা কথিত আৰু পৰিচিত শব্দ ব্যবহাৰ হয় সিমানে ভাষাটোৰ সৌন্দৰ্য্য বৃদ্ধি হয়। পুৰণি অসম বুৰঞ্জীৰ গদ্যত অনেক প্ৰাচীন আৰু জনসাধাৰণৰ পৰিচিত ধাতুৰ ব্যৱহাৰ দেখা যায়। বৰ্ত্তমান সাহিত্যত এনে প্ৰাচীন ধাতুৰ ব্যৱহাৰ দেখা নাযায়। সেইবোৰ অপ্ৰয়োজনীয় বা অশোভনীয় বুলি আজিৰ লিখকে ব্যৱহাৰ নকৰে। এনে প্ৰাচীন ধাতুৰ ঠাইত নানা দেশী-বিদেশী ধাতু, শব্দ আৰু প্ৰত্যয়ে আমাৰ ভাষাত ঠাই লৈছে। ভাষা পৰিবৰ্ত্তনশীল যেতিয়া সমাজৰ পৰিবৰ্ত্তনৰ ধাৰা অনুসৰি ই ৰূপ সলোৱা স্বাভাৱিক কিন্তু ভাষাৰ প্ৰাচীনতম নিদৰ্শনটোৰ প্ৰতি অৱহেলা কৰিলে জাতীয় সাহিত্যৰ আদি ৰূপটোৰ কথা আমাৰ নবীনসকলৰ অবগত নহ'ব।

আধুনিক গদ্যত শব্দৰ ৰূপ আৰু বিভক্তিৰ ৰূপ যেনেধৰণে ব্যৱহাৰ হয় পুৰণি বুৰঞ্জীৰ গদ্যতো তেনেধৰণেই হৈছিল বুলিব পাৰি। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই স্বৰ্গদেৱ বংশাৱলৈ 'ৎ'ৰ ব্যৱহাৰ প্ৰথম

বুৰঞ্জী গদ্যতে হোৱা বুলি কৈছে। বহুবচন বুজাবলৈ প্ৰাচীন শব্দ গণ, বৃন্দ, সব আৰু আধুনিক বোৰ, বিলাক, হঁত সকল ওচৰা-ওচৰিকৈ ব্যৱহাৰ হোৱাইল চাই বুৰঞ্জীৰ গদ্যই ভাষাৰ গতিশীলতা ৰক্ষা কৰি আগুৱাই অহা বুলি কব পাৰি।

বুৰঞ্জী গদ্যৰ সমসাময়িক ভাবে আন আন ধৰ্মীয় গদ্য আৰু ব্যৱহাৰিক গদ্যৰ উদ্ভৱ হৈছিল। এনে ধৰ্মীয় গদ্যৰ কথা যথাস্থানত আলোচনা কৰা হৈছে। ব্যৱহাৰিক গদ্যৰ ভিতৰত জ্যোতিষ, অঙ্ক, গৃহ নিৰ্মাণ, আয়ুৰ্ব্বেদ আদিৰ বিষয়কলৈ লিখা হস্তিবিদ্যাৰ্ণৱ, ঘোঁৰা নিদান", "কামৰত্ন তন্ত্ৰ" আৰু "ভাস্বতী" বিশেষভাবে উল্লেখযোগ্য। এই গ্ৰন্থবোৰৰ বেছিভাগ সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কৰা। অনুবাদ কৰোতে সম্পূৰ্ণভাবে অসমৰ পৰিবেশৰ লগত খাপখুৱাই কৰা হৈছে যাৰ বাবে গ্ৰন্থবোৰ অনুবাদকৰ মৌলিক গ্ৰন্থ যেন লগা হৈছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ মতে—"এইবোৰ গ্ৰন্থতে অসমীয়া গদ্য ব্যৱহাৰিক জ্ঞানৰ আলোচনাত সৰ্ব্বপ্ৰথমে ব্যৱহৃত হৈছে। সংস্কৃতৰ পৰা আৰু সংস্কৃত পণ্ডিতে অনুবাদ কৰা বাবে এই পুথি সমূহৰ ওপৰত কম বেছি পৰিমাণে সংস্কৃতৰ প্ৰভাৱ পৰা স্বাভাবিক। বিশেষকৈ সেই সময়লৈকে তদ্ভৱ আৰু দেশজ শব্দৰ সৃষ্টি আৰু প্ৰয়োগ নীতি গঢ়ি উঠা নাছিল। কিন্তু তৎসম শব্দৰ প্ৰয়োগ হলেও পোনপটীয়া বাক্যৰীতিৰ ব্যৱহাৰ এই ৰচনাৱলীত আছে। সাহিত্যিক সৌন্দৰ্য্য আৰু ৰচনাৰীতিৰ কথা এৰিও অসমীয়া কথাসাহিত্যৰ ক্ৰমোন্নতিত এই গ্ৰন্থৰীতিৰ বিশেষ স্থান আছে।"

হস্তিবিদ্যাৰ্ণৱ গ্ৰন্থৰ ৰচক সুকুমাৰ বৰকাঠ। ১৮ শতিকাত শিৱসিংহৰ দিনত হাতীৰ চিত্ৰযুক্ত এই গ্ৰন্থখন লিখা হৈছিল। চিত্ৰ সমূহৰ লগত সংযুক্ত ভাষা শম্ভুনাথ ৰচিত "গজেন্দ্ৰ চিন্তামণি" নামৰ শাস্ত্ৰৰ পৰা লোৱা বুলি কৈছে। গ্ৰন্থখনৰ ভাষা এনেকুৱা—"সিলৰ আমজহৰ পৰা যি জাত হস্তি হৈছে তাৰ লক্ষণ কাণৰ ওপৰভাগ ডুখৰিয়া হেঙ্গুল বৰ্ণৰ সদৃশ তাৰ প্ৰকৃতি বালকৰ ওকোলা ভাবে

উমলি থাকে। এই হস্তি চন্দনৰ গছ থকা ঠাইত থাকে। এক দেউবৃসিত্র অৰণ্যত ফুৰোতে সেই হস্তীক দেখি সামন্তি নামে ৰাজাক কলেহি। পাছে ৰাজায়ে গৈ সেই হস্তিক ধৰি আনিলে তাৰে পৰা অনেক ৰাজ্যলৈ বিয়পিল। এতেকে ৰাজাসকলে এনে হস্তিক ছিনি ৰাজ্যলৈ আনিব তেহে ৰাজ্যৰ সম্পত্তি বাঢে।"

'ঘোৰানিদান' একে পৰ্য্যায়ৰ গদ্য-সাহিত্য। ৰচনাকাল হস্তি বিদ্যাৰ্ণৱৰ সমসাময়িক। লিখকৰ নাম নাই। গ্ৰন্থখনত ঘোঁৰাৰ জাত, শ্ৰেণী, বেমাৰৰ নাম আৰু ঔষধ আদিৰ নাম দিয়া আছে। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে "এইবোৰ গ্ৰন্থ ৰজাঘৰীয়া অনুপ্ৰেৰণাত ৰচিত হৈছিল আৰু ব্যৱহাৰিক জ্ঞানৰ পুথি বাবেই ব্যৱহাৰিক ভাষাৰ প্ৰয়োগ ইয়াত লক্ষ্য কৰা যায়।" গ্ৰন্থখনৰ ভাষা এনেধৰণৰ—"জদি হেসনি ধৰি ফুৰে, মাৰিলে ধৰিলে নচলে, অলপ ফুৰালে কানফোট হ'ম তাৰ ককালত বল নাই'। যদি গৰা নামোতে পোনে জাব নোৱাৰে তাৰো বল নাই। নিতান্ত জাব নোৱাৰে যদি খোজত খোজ নপৰে তাৰ বল নাই।"

সমসাময়িক কালৰ একে পৰ্য্যাযৰ আন এখন গদ্যপুথি 'কামৰত্নতন্ত্ৰ'। গ্ৰন্থখনৰ গদ্য এনেধৰণৰ— "ঘিউভৃঙ্গৰাজৰ মূলৰ ঠাবিৰ ৰস তেলসম কৰি পগাই তেল ৰাখিব, নবীন ভাণ্ডাৰত থৈ মাটিত পুতিব। মাসেক অন্তৰে তুলি ৰতাহে নগৰা ঠাইত থব। মুৰত দি কলাপাতেৰে চেৰি ভৰণ থব সাতদিন ভৰণ গুচাই নিতে খিৰ খাব। কেঁশ দীৰ্ঘ হয।" ডঃ প্ৰফুল্ল কটকীয়ে এই গ্ৰন্থৰ গদ্যক ব্যৱস্থাপক গদ্য বুলি কৈছে। মাজে মাজে দুই চাৰিটা তৎসম শব্দৰ প্ৰযোগ আছে যদিও বাক্য অলঙ্কাৰ শূন্য।

'শ্ৰীহস্তমুক্তাৱলী' আন এখন অনুবাদ গ্ৰন্থ। অভিনয়ত ব্যৱহাৰ হোৱা বিভিন্ন মুদ্ৰাৰ উল্লেখ আছে। গ্ৰন্থখনৰ অনুবাদক শুভঙ্কৰ কবি। সংস্কৃতৰ পৰা অনুবাদ কৰোতে সমাজত প্ৰচলিত শব্দ বিচাৰি আনিবলৈ যত্ন কৰিছে। গ্ৰন্থখনৰ ভাষা এনে— "বুঢা আঙ্গুলিক,

মুচা আঙুলিৰ ওচৰৰ আঙুলিক মাজৰ আঙুলিবে একেলগ কৰি হংসৰ মুখৰ সদৃশ কৰিব : মুল আঙুলি, কায় আঙুলি দুইক মেলিব। ইহাকে 'হংসমুখ নাম হস্ত বুলি।"

সমকালিন ব্যৱহাৰিক গ্ৰন্থৰ ভিতৰত কবিৰাজ চক্ৰৱৰ্ত্তীৰ "ভাস্বতী" অন্যতম। গ্ৰন্থখন সংস্কৃত 'সূৰ্য্য সিদ্ধান্ত'ৰ অনুবাদ। কালীনাথৰ অঙ্কৰ আৰ্য্যাও আন এখন ব্যৱহাৰিক গ্ৰন্থ।

অসমীয়া গদ্যসাহিত্যৰ জন্ম আৰু বিকাশ সম্বন্ধে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই কোৱা কথাষাৰ বিশেষ প্ৰণিধানযোগ্য "ভট্টদেৱৰ পিছৰ পৰা হস্তিবিদ্যাৰ্ণৱৰ সময়লৈকে যিমানবোৰ পুথি গদ্যত ৰচিত হোৱাৰ সম্ভেদ পোৱা গৈছে তাৰ পৰাই এই দুশ বছৰত অসমীয়া কথা-সাহিত্যই কিদৰে বহু বিষয়ী প্ৰসাৰতা লভিছিল সহজেই অনুমান কৰিব পাৰি। ব্যাকৰণ আৰু প্ৰকাশ ভঙ্গিমাৰ আদৰ্শ লবলৈ সংস্কৃতৰ বাহিৰে অন্য ৰচনা নাছিল। সেইহেতু মহজাত অসমীয়া কথা-ৰীতিৰ সংস্কৃতৰ অনুকৰণ কেৱল প্ৰযোজনীয়ই নাছিল অপৰিহাৰ্য্যও হৈছিল। ধৰ্ম আৰু ব্যৱহাৰিক বিষয় জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাৰ উদ্দেশ্যই পুথিসমূহ ৰচনা কৰা হোৱাত বাক্যৰীতি পোনপটীয়া আৰু স্পষ্ট, সহজ আৰু সৰলবোধ্য। সাহিত্যিক সৌন্দৰ্য্য আৰু ৰচনা কৌশলৰ কথা বাদ দিলেও প্ৰাচীন অসমীয়া কথাসাহিত্য আৰু গদ্যৰীতিৰ স্বৰূপ বুজিবলৈ পুথিসমূহৰ মূল্য অপৰিসীম।"

[ অসমীয়া কথাসাহিত্য ]

এইক্ষেত্ৰত বিৰিঞ্চি কুমাৰ বৰুৱাৰ আন এটা অভিমত হল "In this prose old conservatism both in matter and language gave way to liberalism Packless borrowing mainly of Sanskrit words and phrases are abandoned and it unhesitatingly began to borrow vocables from other sources including Arabic and Persian. A large number of racy and native words

found their way in to the literary diction which resulted in the growth of hybrids in a varied and enriching manner The introduction removed serious vocabular defects of one word for one idea This Assamese prose grew less monotonous and more varied and became a thing of considerable grace and power"

[ Aspects of Early Assamese Literature ]



# সপ্তদশ—অষ্টাদশ শতিকাৰ বিভিন্ন বিষয়ৰ গদ্য

বুৰঞ্জী সাহিত্যৰ সমকালীন বিভিন্ন বিষয়ৰ গদ্যই অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰি থকা অনেক তথ্যপাতি এতিয়া পোহৰলৈ আহিছে। তাৰ ভিতৰত ৰজাঘৰীয়া চিঠি-পত্ৰ, বিভিন্ন দান পত্ৰ হিচাপে ব্যৱহাৰ কৰা তামৰ ফলি, পেৰাকাকত, তুলাপত্ৰ, ভূজপত্ৰ, আদালতৰ কাগজ-পত্ৰই প্ৰধান। এইবোৰত ব্যৱহাৰ কৰা গদ্যই সমকালীন অসমীয়া গদ্য-সাহিত্য সম্বন্ধে আমাক সুস্পষ্ট আভাস দিয়ে।

এখন দেশৰ ৰজাই চুবুৰীয়া আন এখন দেশৰ ৰজালৈ বিভিন্ন বিষয়ৰ ওপৰত লিখা চিঠি পত্ৰৰ গদ্যযো অসমীয়া গদ্যসাহিত্যৰ বিশেষ অংশ এটা আগুৰি থকা দেখা যায়। ৰজাঘৰীযা এনে চিঠি পত্ৰবোৰৰ ভাষাৰ প্ৰকৃত ৰূপ পাবলৈ হলে আমি সেই সময়ৰ দুই এখন চিঠিৰ ভাষা আলোচনা কৰি চাব লাগিব। ১৬৮৪ শকত কলীযা দৈৱজ্ঞ নামৰ কোনো অখ্যাত ব্যক্তিৰ দ্বাৰা সংগ্ৰহ কৰা এখন ৰাজপত্ৰৰ ভাষা আমি আলোচনা কৰি চাব পাৰো। চিঠিখন সপ্তদশ শতিকাৰ বিক্ৰম সেন ৰজাই তেওঁৰ দক্ষিণত থকা নৰিণিৰ মালো দেশৰ ৰজালৈ লিখিছিল— "মই জগন্নাথৰ দাস প্ৰতাপী ৰজা। তাঞো এক প্ৰতাপী ৰাজা। তাঞিৰ লগে প্ৰীতি কৰিবাক ইচ্ছা কৰোঁ। তাঞিৰ বেটীক আমাথেৰ ইন্দ্ৰভানু বেটাক লাগি দিযক। পাছে এহি সমাচাৰ নৰিণিত মালো দেশৰ ৰাজা শুনি বোলে— বায়সে কেহেনি কোকিল হৈবাক খোজে, ৰাজ হংসে কেহেনি ঘৰ-চৰাইৰ গমনক লভে? সিটো ওৰেসা ৰাজা হয় জগন্নাথৰ সেৱক। তথাচো মোৰ সমান নহয়। আৰ হৰিদাস, তঞি ফিৰি কহ যাই, মোৰ বেটী সুধৰ্মা যেনাই তেনাই সাধ্বী ৰূপৱতী হুই। বালকে

চন্দ্ৰক হাতেৰে ধৰিবাক খোজে, এতেকে নেকি চন্দ্ৰক হাতে আনিবাক পাৰে ? অগ্নিক বস্ত্ৰাঞ্চলে বান্ধিবাক খোজে, আছোক বান্ধি নিবাক চাহান্তে পাছে শৰীৰক ৰক্ষা কৰণোয়ে বালকৰ টান। এহিৰূপ পৰিক্ৰম সেন অবোধৰ খবৰ আমাৰ সভাত কহ আসি ? এখনে আমাৰ সভাৰ চাল্য দূৰহো। যিহেতু উকীল, নাই হবে আজি তোৰ জীউ উঠ নৌ। জয়।"

১৪৭৮ শকত স্বৰ্গনাৰায়ণ মহাৰাজাই নৰনাৰায়ণ ৰজালৈ লিখা চিঠি এখনৰ নকল অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত এতিয়াও আছে। ইয়াত ব্যৱহৃত ভাষাৰ নমুনা দেখি বঙালী সমালোচকসকলে ইয়াক প্ৰাচীন বঙালী ভাষাৰ নিদৰ্শন বুলি দাবী কৰা কথা ড বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে 'অসমীয়া কথা সাহিত্য'ত উল্লেখ কৰিছে। চিঠিখনত লিখা ভাষা বিচাৰ কৰি চোৱা যাওক। "স্বস্তি ত্ৰিপুৰ হৰচৰণ— স্বৰ্গ শ্ৰীপৰ্ণ সুধাপান ভাস্কৰ শ্ৰীমৎমল্ল নাৰায়ণ ৰাজ মহোদয়ৰ চৰিত্ৰেষু।

লেখনং কাৰ্য্যঞ্চ। অত্ৰ কুশল। তোমাৰ কুশলবাৰ্ত্তা শুনিয়া পৰমা প্যায়ীত হৈলো। আৰ জে লেখিচ প্ৰীতিবৃক্ষ অকুঁৰিল সেইএ তোমাৰ আমাৰ সাহলাদেত বৃদ্ধিৰ পায়া ফলিত পুষ্পিত হৈবাৰ থান যি কহিছ সেই গোট বিশেষ কিন্তু তোমাৰ আমাৰ প্ৰীতি গোট জিহত 'জিহত' হন্তে ঘটিছে তাক সমস্তে জানে। সেইৰূপ মৰ্য্যদা ব্যৱহাৰত যদি ৰহিব ফলিত পুষ্পিত কিসক নহব। আমাৰ পূৰ্ব্ব অতি-প্ৰায়তে আচি আৰ উকীলৰ সঙ্গে যিসকল দ্ৰব্যাদি পঠাইছিলা ই সকল সভাত দেখাইবাৰ উচিত নহয়। ... ইতি—

[ শক ১৪৭৮ ]"

ডঃ বৰুৱাদেৱে আৰু ইয়াকো উল্লেখ কৰিছে যে ভাৰত চৰকাৰৰ মহাফেজখানাত সংৰক্ষিত প্ৰাচ্য ভাষাত লিখা পুৰণি চিঠি পত্ৰৰ সংকলন এটি ডঃ সুৰেন্দ্ৰনাথ সেনৰ সম্পাদনাত কলিকতা বিশ্ব-বিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত হৈছে। আহোম ৰজা আৰু ডাঙৰীয়াই

লিখা কেইবাখনো চিঠি পত্র উক্ত প্ৰাচীন বাঙ্গালা পত্র সংকলনত উদ্ধৃত কৰা হৈছে। ইয়াত নিভাজ অসমীয়া ভাষা প্ৰয়োগ হোৱা চানেকী আছে—

শ্ৰীৰাম

শ্ৰীশ্ৰী৺দেৱ ইশ্বৰে কৈছে— শ্ৰীবৰফুকনক প্ৰতি মোৰ জি বিপত্তি হৈছে বহশ্যে ফুকনলৈকেই আচো বুঢ়া গোহাঞে ক্ৰমে ক্ৰমে সকলোকে মাৰিলে আমাৰো প্ৰাণ ৰক্ষাৰ উপায় নেদেখো এতেকে ফুকনলৈকে বো জদি আমাত আশা পাচে ফুকনে এই পত্র দেখিতে বুঢ়া গোহাঞিক দমন কৰি মোক তুয়ে কৰি ৰাখিব পাৰিব ফুকন সিত্রে আহক জদি এই প্ৰকাৰে আহিব নোৱাৰে ফুকন ভটিয়াই ৰংগ ৰঙ্গপুৰৰ কলিকতাৰ শ্ৰীযুত বৰচাহাবৰ সৰনাগত হৈই ৰাজদ্ৰোহী বুঢ়াগোহাঞিৰ কথা চাহাবত জনাৰি সেই গৌৰীনাথ সিংহ ৺ দেৱক পিতৃ চাৰিজিয়া দেৱতাক ককাই বজাদেৱক জেনেকৈ বিহ দি মাৰিছে সম্প্ৰতি ফুকন ৰবৰা লা লিগিৰা জিবোৰ মাৰিছে আৰৌ মঞি মন-পোৱা লোকক খেদি বুঢ়াগোহাঞিৰ পেচেৰ মানুহ লগত দি মোক দিন ৰাত্ৰি ৰাখি থাকে এই কথা জদি বুঢ়াগোহাঞে জানিব লাগিল ৰাজবধ গুৰুবধ শ্ৰীবধ ফুকনের গাত লাগিব ইতি ত্ৰাংমাল ভাদ্ৰে।

[ চিঠিখনৰ পাঠোদ্ধাৰ ড বৰুৱাদেৱৰ। বঙ্গালা পত্র সংকলনত থকা ফুকনৰ্ণৈকে সেই জেনেকো লেৰ্গে লিবৰ্ণে পৰাকৈছে আছেৰ্গে কোৰৰ ৰবৰা আদি শব্দৰ প্ৰয়োগ পাঠোদ্ধাৰৰ প্ৰমাদ বুলি তেখেতে মন্তব্য কৰিছে ]

ওঠৰ শতিকাৰ শেষ আৰু উনৈশ শতিকাৰ আৰম্ভণিতে ৰজাঘৰীয়া চিঠিপত্ৰৰ ভাষাই কেনে ৰূপ লৈছিল ওপৰৰ চিঠিকেইখনৰ ভাষাৰ পৰাই আভাস এটা পাব পাৰি চিঠিকেইখনৰ ভাষাৰ শব্দ প্ৰয়োগ জতুৱা ঠাচৰ ব্যৱহাৰ বাক্য যোজনাৰ সংযোগ সম্পূৰ্ণ কথিত অসমীয়া ভাষাৰ অন্তৰ্গত। অলঙ্কাৰ বিহীনভাৱে বাস্তৱ আৰু কথিত

ভাষাৰীতি প্ৰয়োগ কৰি লিখা এই ৰজাঘৰীয়া চিঠিপত্ৰবেৰ অসমীয়া ভাষা সাহিত্যৰ এক অাপুৰুণীয়া সম্পদ ।

ৰজাঘৰীয়া চিঠিপত্ৰৰ পিচতে আহোম ৰজাসকলৰ দিনত নানা ধৰ্মানুষ্ঠান, তীৰ্থস্থান, সত্ৰসমাজ আৰু এইসমূহৰ লালন-পালনৰ দায়িত্বত থকা ব্ৰাহ্মণ আদিক মাটি দান দিয়া বিবৰণ বহুসংখ্যক তামৰ ফলি পোৱা গৈছে । শিলৰ ফলিতকৈ তামৰ ফলিৰ সংখ্যা কিছু সৰহ হব । ডঃ মহেশ্বৰ নেওগে আহোম দিনৰ এই শিলালিপি আৰু তামৰ ফলিবোৰৰ ভাষা সম্পৰ্কে তেখেতে সম্পাদনা কৰা 'প্ৰাচ্য শাসনাৱলী'ত লিখিছে— "বৰ্ত্তমান সংগ্ৰহে সময় আৰু স্থানৰ ফালৰ পৰা এক বৃহৎ পৰিসৰ অধিকাৰ কৰি আছে । ইয়াৰ ভিতৰত ঐক্য প্ৰদান কৰা এটি মাত্ৰ গুণ হ'ল—এই সকলো ফলি আৰু কাকতৰ লিপি অসমীয়া । ১২২৭ শকত মঃ ইখন বখতিয়াৰৰ যবনসৈন্য ধ্বংস হোৱা কথাৰে উত্তৰ গুৱাহাটীৰ 'কানাই বৰশীবোৱা' চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে আইভেটি নসত্ৰৰ বাবে ১৭৪৪ শকত দান কৰা ধৰ্মোত্তৰ পত্ৰলৈকে এক বিশদ ইতিহাস ।" ফলিবোৰৰ পৰা সেই-সময়ৰ অসমীয়া গদ্য ভাষা আৰু অসমীয়া লিপিৰ স্পষ্ট নিদৰ্শন পোৱা যায় । ১৭৩৯ চনৰ শিৱসিংহ ৰজাৰ দিনৰ ভূমিদান দিয়া ফলি একখনৰ পদ্য এনেধৰণৰ— "স্বস্তি স্মৰ, শ্ৰীশিৱসিংহ ভূপে বীৰাগ্ৰ গণ্যঃ স্মৰ শাখি কল্প: সৌমাৰ পীঠস্য পুৰন্দৰ. শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ দেৱৱৰ্য্যঃ ।।

প .... ... ... .. ...

কামৰূপে দিল ব্ৰহ্মবৃত্তি প্ৰদায়িনীং ।"

কামৰূপ দেশৰ বড়ুৱা ও বড়কায়স্থ ও চৌধাৰী ও পাটোৱাৰী ও তালুকদাৰ ও ঠাকুৰীয়া আদি সকলে সাৱধানে জানিব নাম বড়ভাগ পৰগণাৰ মাখিবাহা গ্ৰামৰ চন পূৰ্ব্বে বাউচকুচিৰ সিমা দক্ষিণে শ্যামৰায়ৰ দক্ষিণে টৈইৈ পশ্চিমে বেছিয়াৰ বস্তি উত্তৰে টঙিনেই এই চতুৰ্দ্দায়ভিন্ন মাটি ।। আৰু পানিগ্ৰামৰ পূৰ্ব্বে বগাজান

দক্ষিণেও বগাজান পশ্চিমে গড়েমাৰীৰ দল উত্তৰে হাড়িকাৰ উত্তৰৰ মৱৈ এই চতুইদায়ছিন্ন মাটি আৰু মনুষ্য সেই পৰগণাৰ ৰাখিবাহা গ্ৰামৰ কৈবৰ্ত্ত কমাৰ ৰঙা, ভুকৰা কেতেকীবাৰ্ডি গ্ৰামৰ চাণ্ডাল কৰিয়া

এই মাটি পাইকভক্ত ৺ পুণ্যেৰাম নাথ উপাধ্যায় গোপীনাথ, প্ৰাণনাথ বিদ্যাবন্ত, ৰঘুনাথ এই পঞ্চ ব্ৰাহ্মণক ব্ৰহ্মোত্তৰ কৰি দিয়া গ'ল। ব্ৰাহ্মণে পুত্ৰে পোত্ৰাদি ক্ৰমে ভোগ কৰি ৺ কুশল চিন্তি থাকিব। ইহাৰ কৰ-কাটল পদপঞ্চক বেঠ বেগাৰ চোৰ চিনালা ধুমুচি মাডেসা জলকৰ• যথাৰ দানখুত দণ্ড বন্দ ৰাজদণ্ডাই ব্যতিৰেকে সৰ্ব্বৰাব পৰিত্যাগ হৈল ইহাত কোনোজনে অন্যথা কৰিব নাপায়।

[ শাকে ১৬৬১ ]

ভূমিদান ফলিত বাহিৰেও দেৱালয আদিত চাকি-বন্তি জ্বলোৱা আৰু চাক-চিকুণকৈ ৰখাৰ বাবেও ভূমি আদি প্ৰদান কৰা তামৰ ফলি দুই চাৰিখন পোৱা গৈছে। প্ৰমত্ত সিংহৰ দিনত হযগ্ৰীৱ মাধৱ দেঁৱালয়ৰ চাকি নৈবেদ্যৰ বাবে মাটি দান কৰা তামৰ ফলিৰ গদ্য এনে ধৰণৰ—

শ্ৰীশ্ৰীহয়গ্ৰীৱ-মাধৱৰায

সকলো ফলিৰে প্ৰথমতে ব্যৱহাৰ কৰা সংস্কৃত শ্লোকৰ ভাষা প্ৰায় একে ধৰণৰ। ডঃ মহেশ্বৰ নেওগে এই ফলিবোৰত সংস্কৃত চৰ্চ্চাৰ ঐতিহ্য সযতনে ৰক্ষা কৰা বুলি কৈছে। ফলিবোৰত ছন্দ আৰু গন্থ আছে।

"৺ কামৰূপ দেশৰ বৰুৱা বৰকায়স্থ ও চৌধাৰী ও পাটোৱাৰী ও তালুকদাৰ ও ঠাকুৰীয়া হাজো নিবাসী ও দলৈ ৰাজখোৱা সেনা মেতেৰি আনো সকলে সাম্প্ৰহিতে জানিব, ৺৺ৰ আজ্ঞাৰে ছলাৰ কলিয়া কটকীয়ে দপদৰত সভা বিদ্যমানে কৈ দিছে নৈবেদ্য-প্ৰদীপৰ নিমিত্তে ডেকাজনা ছুৰৰা বৰফুকনক কোঁঞৰ ভাগ পূবপাৰৰ পৰগণাৰ বৰিযাজানি গ্ৰামৰ ৰূপিত জমি ২০ পুৰা আলতাগ্ৰামৰ ২০ পুৰা, কমাৰকুচি গ্ৰামত ১২ পুৰা আৰু পূৰ্ব্বে পিতৃ সকজনা ছুৰৰা ফুকনে

দিয়া দেহৰ পৰগণাৰ অভাইপুৰ গ্ৰামৰ স্থাপিত জমি ৪ পুৰা পতন সহিতে বাৰি এখন, মুঠ মাটি ৫৮ পুৰা ... ... ... প্ৰদীপ নৈবেদ্য লগাব। যদি অন্যথা আচৰে পঞ্চম মহাপাতকে পাব।"

ইয়াত বাহিৰেও দেৱালয়লৈ পাইক দিয়া তামৰ ফলিৰ গদ্যও বৰ্ত্তমান উদ্ধাৰ হৈছে। প্ৰতাপবল্লভ বৰফুকনৰ ঘৰজনা গৃহিণীয়ে হয়গ্ৰীৱ মাধৱলৈ পাইক দিয়া তামৰ ফলিত ব্যৱহাৰ কৰা ভাষাও আন আন তামৰ ফলিৰ গদ্যৰদৰে কথিত অসমীয়া। অষ্টাদশ শতিকাত শিৱসিংহৰ দিনত মানুহ আৰু মাটি পিয়ল কৰা হয়। পিয়লত পোৱা মানুহ আৰু মাটিৰ হিচাববোৰ সাচিপাত বা তুলাপাতত লিখি পেৰা কাকতত ভৰাই থৈছিল বাবেই তাক পেৰাকাকতৰ গদ্য বোলা হয়।

আহোম ৰজাৰ দিনত মানুহ ক্ৰয়-বিক্ৰয় হৈছিল বুলি সাচি-পাতত পোৱা গৈছে। মানুহ বেচা-কিনা কৰিবলৈ দলিলত ব্যৱহাৰ কৰা ভাষা অসমীয়া গদ্য ভাষাই আছিল। দলিলৰ ভাষা এনেকুৱা ৺৭ শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণ গদাধৰ সিংহ মহাৰাজাৰ ৰাজ্যত মনুষ্য ক্ৰয়-বিক্ৰয় কৰে সন্ধিকৈ বৰফুকনৰ দিনতঃ জহৰিএ ঘই/নিয়েকক বিকেঃ কামাক্ষাৰ গংগাৰাম ঠাকুৰে বেটি কিনে ॥ ধন ৮ টকা আচুলি সা[ f ]ৰ এধান ॥ সাখি ভাগবত মিস্ৰ ১/ সুনন্দ সোনাৰি ১ ভৱাই ১ ৰামক নাই ১ হৰিধন ১ কমললোচন ১ বডবামুণ ১ লতা মিস্ৰ ১ গঢচৱা ১ বঙাই ১ ১/ বিকাই ১/ ৰমা ওঝা কাকতি / সভাউডি এমহা / বেটিৰ নাও ফে'চৰি ॥ শক ১৬০৭

আঙ্গুলিকতপা চেলেঙখান ॥

( ডঃ মহেশ্বৰ নেওগ সম্পাদিত প্ৰাচ্য শাসনাৱলীৰপৰা )

ডঃ মহেশ্বৰ নেওগে তেখেতৰ 'প্ৰাচ্য শাসনাৱলী'ত উল্লেখ কৰিছে "ফলিবোৰত আৰবী-ফাচী-তুৰ্কী মূলীয় শব্দৰ ব্যৱহাৰ এটা মনকৰিবলগীয়া বিষয়। কামৰূপ অঞ্চলত মুছলমানী ৰাজস্ব বিভাগীয় প্ৰশাসন চলিত হোৱাত আৰু পিচত আহোম সকলেও সেই প্ৰথা গ্ৰহণ কৰাত সেই অঞ্চলৰ ফলিত এই ধৰণৰ শব্দৰ প্ৰয়োগ দেখা

যায়। গয়বহ ওগয়বহ চুকুনী আদি শব্দ হিন্দুস্থানীৰ পৰাই অসমীয়াত প্ৰৱেশ কৰিছে। জমা জমি জমিন অসমীয়াত সাধাৰণ শব্দ হৈ পৰিছিল। ফলিত থকা বন্দোবস্ত তোপ (বৰতোপ) আদি শব্দ হিন্দুস্থানীৰ যোগে তুৰ্কীৰ পৰা আহিছে। পৰজনা পৰগনা পিয়ল পীৰ আহিছে ফাৰ্চীৰ পৰা।"

খৃষ্টীয় পঞ্চদশ শতিকাৰপৰা অষ্টাদশ শতিকালৈ এই সুদীৰ্ঘ সময়ছোৱাত বিভিন্ন তামৰ ফলি শিলৰ ফলি ৰজাঘৰীয়া চিঠিপত্ৰ আদালত আদিৰ দলিল পেৰাকাকতৰ গদ্য বৰ্ত্তমান কালত পোহৰলৈ আহিছে। এই গদ্যসমূহৰ সাহিত্যিক মূল্য সম্বন্ধে সাহিত্যৰ বুৰঞ্জী লেখক ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই মন্তব্য কৰিছে— সপ্তদশ অষ্টাদশ আদিৰ অসমীয়া গদ্য ক্ৰমবিকাশৰ বাটত যেনে দৃঢ়ভাবে আগবাঢ়িছিল কুৰি শতিকাৰ বৰ্ত্তমান গদ্য ঠিক তেনেভাবে আগবাঢ়িব পৰা নাই বুলিব লা গব। কবিতা ওপজে কিন্তু কথা সাজে আৰু অসমীয়া গদ্য গঢ়িবলৈ যিখিনি অধ্যয়ন আৰু অধ্যবসায়ৰ আৱশ্যক দুৰ্ভাগ্যক্ৰমে সেইখিনিৰ প্ৰযোগ কিয আৱশ্যকতাও বৰ্ত্তমান সাহিত্যিকে ভালদৰে উপলব্ধি কৰিব পৰা হোৱা নাই বুলিব পাৰি।

ড বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে বুৰঞ্জী গদ্য আৰু তাৰ সম সাময়িক তামৰ ফলি শিলালিপি পেৰাকাকত আৰু ৰজাঘৰীযা চিঠি পত্ৰত সন্নিবিষ্ট অসমীয়া গদ্যৰ বিচিত্ৰ প্ৰকাশভঙ্গীৰ বিষয়ে এনেদৰে মন্তব্য দিছে— বাস্তৱ জগতৰ লগত পৰিচয় ঘটাত কাব্যক্ৰান্ত গদ্যই লাহে লাহে অনাৱশ্যকীয় অলঙ্কাৰ বৰ্জন কৰি চলিত ভাষাৰ সৰলতা স্পষ্টতা আৰু সৰসতা গুণ ললে। ৰক্ষণশীলতা ত্যাগ কৰি ভাষাই উদাৰতাৰ পৰিচয় দিলে। পূৰ্ব্বে প্ৰয়োজন হলেই সংস্কৃতৰ পৰা বিনা সংকোচে ধাৰ কৰাৰ নীতি প্ৰচলিত আছিল। তাৰ ঠাইত প্ৰতিবেশ আৰু প্ৰয়োজনলৈ লক্ষ ৰাখি অসমীয়া ভাষাই দাতিকাষৰীয়া দেশী বিদেশী ভাষাৰ পৰা শব্দ ধাতু প্ৰত্যয় আনন্দেৰে আত্মসাৎ কৰিবলৈ ধৰিলে। তাৰে ফলত প্ৰচুৰ দেশজ আৰু আৰবী ফাৰ্চী

আদি বিদেশী শব্দৰ আগমণত অসমীয়া ভাষা সমৃদ্ধিশালী আৰু শক্তিশালী হ'ল। দেশী-বিদেশী শব্দৰ সমন্বয়ত অভিনৱ মিশ্ৰ শব্দ-মালাৰ ( Hybrids ) সৃষ্টি হ'ল। শব্দ প্ৰয়োগৰ নীতি আছিল 'একভাব', 'একশব্দ'। বিবিধ ভাষাৰ সহায়ত শব্দভাণ্ডাৰ চহকী হোৱাৰ লগে লগে একে অৰ্থ বুজাবলৈ স্থান অনুযায়ী বিভিন্ন প্ৰতিশব্দৰ প্ৰচলন হ'ল। ইয়াৰ হেতু বিৰক্তিকৰ পুনৰাবৃত্তিৰ পৰা গদ্য-ৰীতিয়ে পৰিত্ৰাণ পাই অপূৰ্ব্ব প্ৰকাশ শক্তি আৰু সাহিত্যিক সৌন্দৰ্য্য লাভ কৰিলে।"



# অৰুণোদইৰ কিছু আগৰ আৰু অৰুণোদই সমকালীন কিন্তু অৰুণোদই প্ৰভাৱমুক্ত গদ্য

[ ১৮৩০ পৰা ১৯০০ খৃষ্টাব্দলৈ ]

আহোম ৰাজত্বৰ শেষচোৱা অসমীয়া ভাষা-সাহিত্যৰ বাবে পানীত হাঁহ নচৰা অৱস্থাৰ কাল বুলি কব পাৰি। সাহিত্যৰথী বেজবৰুৱাই এই সময়ছোৱাক দেশৰ ভাষা-সাহিত্যৰ বুৰঞ্জীত 'এন্ধাৰ যুগ' নামেৰে নামাকৰণ কৰিছে। দেশত ৰাজনৈতিক অস্থিৰতা, সামাজিক বিশৃঙ্খল, ৰজাঘৰীয়া পৃষ্টপোষকতাৰ অভাৱ, অপায় অমঙ্গল, মাৰি-মৰক, প্ৰাকৃতিক দুৰ্য্যোগ আৰু 'বুৰঞ্জীদাহ'ৰ নিচিনা কুদাঘাট কাৰ্য্যৰ বাবে ইয়াৰ আগৰচোৱা সময়ৰ লগত সাহিত্যৰ যোগসূত্ৰ বিচ্ছিন্ন হৈ গৈছিল। সাহিত্য সৃষ্টিৰ এনে প্ৰতিকুল অৱস্থাৰ মাজতো দুই চাৰিজন লিখকে মাত্ৰ প্ৰাচীন ধাৰাটোৰ লগত সংগতি ৰাখি সামান্য দুই এখন বুৰঞ্জী, ধৰ্মীয় গ্ৰন্থ আৰু ৰাজনৈতিক পটভূমিৰ ওপৰত দৃষ্টি নিক্ষেপ কৰি গ্ৰন্থ ৰচনা কৰিছিল। এওঁলোকৰ ৰচনাত বৈষ্ণৱ আৰু বুৰঞ্জীৰ ঐতিহ্যই মাজে মাজে ভুমুকি মাৰিছিল। ডঃ মহেশ্বৰ নেওগৰ মতে "উনবিংশ শতাব্দীৰ শেষলৈকে এই বৈষ্ণৱ আদৰ্শটোৱে এটা ক্ষীণ স্মৃতিয়েদি হলেও সক্ৰিয়ভাবে বৈ আছিল।"

এই সময়চোৱাৰ উল্লেখযোগ্য লিখক হ'ল মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা (১৮০৫-৫৮ লৈ) মানুহে তেওঁক 'কলিতা ৰজা' বুলিছিল। বৃটিছৰ তলত তেওঁ চিৰস্তাদাৰ আৰু দেৱান চাকৰী কৰিছিল। পিচলৈ তেওঁ বৃটিছক খেদি কন্দৰ্পেশ্বৰ সিংহক সহায় কৰিব ওলোৱাত ৰাজদ্ৰোহৰ অপৰাধত ফাঁচি কাঠত উঠে। ১৮৩৮ চনত তেওঁ 'বুৰঞ্জী বিবেকৰত্ন' ৰচনা কৰে। ইয়াত অসমৰ সমসাময়িক

কানুব বাজনৈতিক, ধৰ্মীয় আচাব-বিচাব, সামাজিক আৰু অৰ্থনৈতিক দিশ, শঙ্কৰ মাধৱৰ চৰিত, সংহতি বিভাগ, আগোমক্ত মাৰ্গ মটক দৌবাত্ম্য, বৰমেল, ডাণ্ডৰীয়া আদিব বিষয়, বীতীয়া তান্ত্ৰিক আদি প্ৰথাব আচাব-বিচাব, দেশৰ গোস্বামী মহন্ত আদিব ধৰ্ম প্ৰচাব আদিব বিষয়ে বহুকথা আলোচনা কৰা হৈছে। গ্ৰন্থখনত প্ৰযোগ কৰা ভাষাৰ চানেকী এনেধৰণৰ—"কুম্পানিব জোবহাট দখল। মাঘ মাসে আসিয়া কুম্পানিব ফৌজ জোবহাট দখল কবে। চাম ফুকনেবা ক্ৰমাত ক্ৰমে পশ্চাতে হাটিয়া জাইতে লাগিল। পবে চবকাবেব ফৌজ গিয়া গৌবীসাগব পছচাতে তাবত মানেবা নাম ডাঙ্গব মিল সাকোৰ আলীএ পথাৰে জুবি এক জুদ্ধ দেই। তাহাতে কুম্পানি বাহাদুবেব ফৌজ কএক কুম্পানি যুদ্ধ দেওঁতে পবস্পব অতিশয় পৰাক্ৰম বল বীৰ্য্য ফন্দি ফিকিব জ্ঞাত হওতে বিশেষ কয়েক মান মবাপবা দেখি জুদ্ধ ভঙ্গ হৈয়া ফিবিয়া গেল। সবকাবি ফৌজো ধাওঁ কবি বঙ্গপুবে জাই তাহাতে ঐগুবি চকিতে পুনব জুদ্ধ দেই। আলিব দুই কালেব পবা জংঘল হৈতে গুলি চলাইতে লাগিল।" আকৌ একোখন পুথিবে আন এচোবা গদ্যব নমুনা এনে ধৰণৰ— "পাচে মবাণকাৰীৰ হাকবকিয়া মাৰি আছি নগবতে সৰ্ব্ববৃত্তান্ত কলেহি। বৰবৰুৱাত ইয়াকে কলে বোলে ই বল দুৰ্ব্বাসনাব বণ যেন দেখোঁ। যি প্ৰকাবে প্ৰাণ ৰ'ব দেৱতা তাকে কৰোক। পাচে এই কথা শুনি বৰবৰুৱা বিশ্ৰুতি হই অভয় নামে এটা মটকৰ ভঁড়ালি আছিলে বৰবৰুৱাব ঘৰতে। তাতে সুধিলে অই আমিনো কি কৰা হ'ব? প্ৰাণ বাখ কেনে কবি? পাচে অভয় ভঁড়ালি মটকৰ ত্যাব গুৰু নিন্দা শুনি অনেক কালৰ পৰা চন্দৰ ডেকাই সহিতে ভিতৰি আলচি আছে। সৰ্পৰ ক্ৰোধৰ তুল্য ভিতৰি ক্ৰোধঃ বাহিৰে অনেক আত্মীয় ভাব দেখাই বুলিলে, দেৱতা মই জীয়াই থকাত আমাৰ গুৰু ভকতৰ পৰা কিছু ভয় নাই।"

[ বুবঞ্জী বিবেকৰত্ন মটক দৌৰাত্ম্য ]

মণিৰাম দেৱানৰ বঙলা আৰু পাৰ্চী ভাষাৰ প্ৰচুৰ জ্ঞান আছিল। কিন্তু বুৰঞ্জী বিবেকৰত্নত পাৰ্চীতকৈ বঙলা ভাষাৰ শব্দ প্ৰচুৰ পৰিমাণে ব্যৱহাৰ হৈছে। এনেকি তেওঁৰ লিখাৰ ঠাচটোও বঙলুৱা ঠাচ। বাক্যংশৰ মাজে মাজে সুন্দৰ অসমীয়া কথন-ভঙ্গী দেখা যায়। আগৰ ধৰ্মীয় আৰু বুৰঞ্জী গদ্যত থকাৰ দৰে ইয়াত তৎসম শব্দৰ প্ৰভাৱ কম। গ্ৰন্থখনৰ কথন ভঙ্গীটোৱে বিষয়বস্তুৰ আকৰ্ষণ বঢ়াইছে। ওপৰত উল্লেখ কৰা দুয়োটা উদ্ধৃতি একেখন গ্ৰন্থৰ হলেও দুয়োটাৰ মাজত শব্দ সম্ভাৰৰ মিল কম। প্ৰথমটোত যিমান বঙালী শব্দ আছে তলৰটোত তাৰ তুলনাত কম। ইয়াৰ পৰাও অনুমান কৰিব পাৰি যে লিখকে পিচৰফালে পাৰ্যমানে বঙালী শব্দ পৰিহাৰ কৰি অসমীয়া শব্দ ব্যৱহাৰ কৰাৰ যত্ন কৰিছিল। প্ৰথম অৱস্থাত মণিৰামৰ কোৰ্ট, কাছাৰি, বঙালী উকিল, মহৰি আদিৰ লগত সম্বন্ধ বেছি আছিল বাবে বঙলুৱা শব্দৰ প্ৰতি তেওঁৰ এটা আকৰ্ষণো আছিল। পিচৰ কালত কোম্পানীৰ চাকৰী এৰি দেশৰ স্বাধীনতাৰ হকে কাম কৰিছিল বাবে নিভাজ অসমীয়া ভাষাৰ প্ৰতিও তেওঁৰ শ্ৰদ্ধা জন্মিছিল। ডঃ প্ৰফুল্ল কটকীয়ে "বুৰঞ্জী বিবেক ৰত্ন'ৰ গদ্যশৈলী সম্বন্ধে মন্তব্য কৰি লিখিছে— "প্ৰাক্ অৰুণোদই যুগতো এনে গদ্য লিখক আমাৰ ওলোৱাৰ্লৈ চাই এটা কথা নকৈ বিবেচনা কৰাৰ অৱকাশ ওলাই— অৰুণোদই নোহোৱা হেঁতেনো অসমীয়া গদ্যৰ আজিৰ যি বিকাশ সি কিবা প্ৰকাৰে ব্যাহত হল-হেঁতেন জানো?"

প্ৰাক অৰুণোদই কালৰ আন এজন লিখক হ'ল ইংৰাজৰ অধীনত মুন্সিফ চাকৰী কৰা কাশীনাথ তামুলী ফুকন (১৮১০-১৮৭০ চৈ) ৰাধানাথ বৰবৰুৱাৰ সহায়ত তেওঁ 'অসম বুৰ্‌ন্জি' লিখে। 'অসম বুৰ্‌নজি'ৰ ভাষা এনে ধৰণৰ— "ইন্দ্ৰবংসি আসাম মহাৰজাসকলৰ বিৱৰণ। শ্ৰীৰাধানাথ বৰুৱাৰ দ্বাৰা সংসোধিত মতে কাশীনাথ কাত্ৰিক গ্ৰন্থ আসাম বুৰন্‌জি। খুনলুঙ, খুনলাই। পূৰ্ব্বে কোনো এঁকসময়ত

সৰগদেও অৰ্থাৎ ইন্দ্ৰে জাচিংফা অৰ্থাৎ সৰস্বতিক আশ্ৰয় কৰি এই ৰূপ বুধি স্থিৰ কৰিলে । জে প্ৰিথিৱিত চন্দ্ৰবংসি সূৰ্য্যবংসিৰ অনেকটি ৰজা হৈ গৈছে । আমি সকলো দেৱতাৰ মধ্যে ৰজা । তথাপি আমাৰ সন্তানৰ প্ৰিথিৱিত ৰাজত্ব নাই । অতএব মোৰ সন্তানকো প্ৰিথিৱিত ৰজা হবলৈ পঠাওঁ । এইবুদ্ধি ৰাজপুত্ৰৰ জন্ম কৰিবলৈ লাউখে অৰ্থাৎ বিশ্বকৰ্মাক আজ্ঞা দিলে । পাচে বিশ্বকৰ্মাই চোমদেউ নামে ইন্দ্ৰৰ মনোজগতৰূপে জন্ম তৈয়াৰ কৰি দিলে । পৰে ইন্দ্ৰে লংগাইনেত অৰ্থাৎ বায়ুক পঠাই ইন্দ্ৰৰ পুত্ৰ খেনখৰামক মত্যই আনি প্ৰিথিৱিত ৰজা হবৰ নিমিত্তে জনাবলৈ বোলাত নিজে জাবলৈ কবুল নকৰি খেনখামৰ পুত্ৰ খুনলুঙ খুনলাই দুইকে পঠাবলৈ জনালত ইন্দ্ৰে স্বিকাৰ কৰি এই আজ্ঞা কৰিলে বোলে খুনলুঙ তই ৰৰ, তয়ে ৰজা হবি । খুনলাই সৰু তোৰ লগত জুৱৰাজ ৰূপে থাকিব ।”

সাহিত্যৰ বুৰঞ্জী লিখক ডিম্বেশ্বৰ নেওগৰ মতে “কাশীনাথ তামুলীফুকনৰ ‘আসাম বুৰন্জি’ৰ গদ্য আগৰ বুৰঞ্জীৰ লগত সেথ খোৱা।” মণিৰাম দেৱানৰ ‘বুৰঞ্জী বিবেকৰত্ন’ৰ গদ্যত থকা বঙালী শব্দৰ প্ৰভাৱ কিছু কম । যি অলপ আছে সি সমসাময়িক কালৰ বঙালী সকলৰ প্ৰভাৱৰ ফল বুলিয়েই কব লাগিব । তৎসম শব্দৰ প্ৰয়োগো বিশেষ চকুত পৰা ধৰণৰ নহয় । ‘আসাম বুৰন্জি’ত ব্যৱহাৰ হোৱা পাৰ্চী আৰু আৰাবিক শব্দ এনে ধৰণৰ কাবুল, প্ৰাহৰাব, কয়দী, কাৰবাৰ টাই বা আহোম শব্দ এনেধৰণৰ—পুথাও, নিচাও, চাই, মাইহাম, বান লাংকী, হেংডাঙ, লংচাইনেও, লাউখে ইত্যাদি হিন্দি শব্দ যেনে— এক্তিয়াৰ, বানাত ইত্যাদি। ৰসবিহীন— গতানুগতিক বুৰঞ্জীৰ গদ্যৰ স্বৰূপ ইয়াতো লক্ষ কৰিব পাৰি ।

সমসাময়িক কালৰ সাহিত্যিক হিচাবে বুৰঞ্জী লিখক হৰকান্ত মজিন্দাৰ বৰুৱাৰ নামো লব পাৰি । “কাশীনাথ ফুকনৰ বুৰঞ্জী-খনিৰ শীৰ্ণতা লক্ষ্য কৰি সেই গ্ৰন্থখনিক আদৰ্শ কৰি আৰু অন্যান্য বুৰঞ্জীত যি পোৱা গৈছিল আৰু সত্যবাদী আহোম ফুকন, বৰুৱাদিৰ

মুখে কি কি শ্ৰৱণ হৈছিল সেইসকল সঙ্কলন কৰি অনেক বিবেচনা আৰু পৰিশ্ৰম পূৰ্ব্বক এখনি 'আসাম বুৰঞ্জী' প্ৰণয়ন কৰে। বুৰঞ্জী-খনিত বিৱৰণ ধাৰা সুস্থিৰ গতিৰে আগবাঢ়িছে আৰু সি লিখকৰ তীক্ষ্ণ ঐতিহাসিক জ্ঞানৰ পৰিচয় দিছে।"

[ পটভূমি: বিংশ শতিকাৰ অসমীয়া সাহিত্য ]

ব্ৰিটিশ যুগৰ এই লিখকসকলৰ লিখনিত নতুন বিশ্লেষণ ক্ষমতা আৰু প্ৰাচীন ঐতিহ্যৰ আভাস আছে বুলি ডঃ মহেশ্বৰ নেওগে উল্লেখ কৰিছে। তেখেতৰ মতে "বিষয় আৰু পদ্ধতিৰ ফালৰ পৰা নতুন ক্ষেত্ৰ অধিকাৰ কৰিবৰ প্ৰয়াসেও এই সময়তে দেখা দিয়ে, অথচ তেনে প্ৰয়াসত অৰুণোদই যুগৰ লিখকসকলৰ প্ৰভাৱ পৰিলক্ষিত নহয়।" নিজৰ জীৱনৰ আৰু সেইসময়ৰ মুখ্য কাহিনীবোৰ তেওঁ ডায়েৰীৰ ৰূপত লিপিবদ্ধ কৰি থোৱা লিখনিবোৰ কিছুভাগ সংক্ষিপ্ত আৰু কিছু বিক্ষিপ্ত।

এই সময়ৰ আন এজন গদ্য ৰচক হ'ল যাদুৰাম ডেকাবৰুৱা। যাদুৰামে কলিকতাৰ বিভিন্ন আলোচনীত প্ৰবন্ধ আদি লিখিছিল আৰু 'বঙলা-অসমীয়া' অভিধান লিখিছিল। তেওঁ উচ্চাৰণ অনুসৰি বৰ্ণ-বিন্যাসৰ সৰলীকৰণৰ পৃষ্টপোষকতা কৰিছিল। পিচৰ সময়ত অৰুণো-দইৰ লিখকসকলেও যাদুৰামৰ অভিধানৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। পিচত ডঃ মাইল্‌চ ব্ৰন্সে যি অসমীয়া অভিধান ৰচনা কৰিছিল তাত যাদুৰাম ডেকাবৰুৱাৰ প্ৰভাৱ প্ৰত্যক্ষভাবে পৰিছিল। এই প্ৰসঙ্গত ব্ৰন্সে লিখিছে— "The system of orthogsaphy adopted in this work is that of Jaduram Borua, a learned Assamese pandit, which is believed much better corsponds with the actual pronounciation of the people than any other system met with"

এই যুগৰ আন এজন লিখক আত্মাৰাম শৰ্মা। তেওঁ 'নিউ-টেষ্টামেণ্ট' আৰু 'ওল্ড টেষ্টামেণ্ট' অসমীয়ালৈ অনুবাদ কৰিছিল। তেওঁ

প্ৰয়োগ কৰা ভাষা ৰীতি এনেধৰণৰ— “এক মানুহৰ দুয় পুতেক আছিল। সৰু পুতেকে আপোনাৰ বাপেকক বুলিলে, হে বোপায় মই যি ধনৰ ভাগ পাম তাকে মোক দিয়া। তাতে সি আপোনাৰ সম্পত্তি বাটি সিইতক দিলে। অল্প দিনৰ পাচে সৰু পুতেকে আপোনাৰ অল্পধন অকাৰ্য্যতে ভাঙিলে। এটাইখিনি ঢুকালত পাচে সেই দেশত বৰ একাল হল, তেতিয়া সি ভঙ্কহিন হবলৈ ধৰিলে। পিচে সি সেই দেশৰ এক গিৰিহতে লৈতে থাকিল গৈ। পাচে গাহৰি ৰাখিবলৈ তেওঁ তাক পথাৰলৈ পঠিয়ালে।” ( বাইবেলৰ ভাঙান )

আত্মৰাম শৰ্মাৰ ভাষা পিচৰ যুগৰ মিছনেৰী সকলৰ ভাষাতকৈ কিছু সুকীয়া আছিল। তেওঁ উচ্চাৰণ মতে শব্দৰ প্ৰয়োগ কৰা নাছিল। বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ মতে ‘আত্মাৰামৰ গদ্য প্ৰকাশ আধুনিক প্ৰণালীৰ নিমিত্তে তেনেই আচহুৱা। ইয়াৰ বৰ্ণ বিন্যাস আৰু বাক্য ৰচনা সৰহদিন স্থায়ী হবলৈ নেপালে। ত্ৰিছ বছৰমানৰ মূৰত পাদুৰী চাহাব ব্ৰঞ্চনৰ কথা-সাহিত্যত সেইবোৰ বাক্যয়েই নতুন ৰূপ ললে [ ফুল-চন্দন ]



# অৰুণোদই আৰু ইয়াৰ সমসাময়িক গদ্য

## [ ১৮৪৬ চনৰ পৰা ১৮৮২লৈ ]

১৮৪৬ চনত বেপ্টিষ্ট মিচনেৰি সকলৰ হাতত পোনপ্ৰথম-বাৰৰ বাবে প্ৰকাশ পোৱা 'অৰুণোদই' কাকতে অসমীয়া ভাষা, সাহিত্য তথা জাতীয় জীৱনলৈ যে এক নতুন যুগৰ প্ৰতিশ্ৰুতি কঢ়িয়াই আনিলে সেই কথা ভাষা সাহিত্যৰ কৰ্ণধাৰসকলে একমুখে স্বীকাৰ কৰিছে। ১৮৪৬ চনৰপৰা ১৮৮২/৮৩ চনলৈ প্ৰায় ছকুৰি বছৰকাল অসমীয়া সাহিত্যৰ বুৰঞ্জীত 'অৰুণোদই' কাল। এইখনেই প্ৰথম অসমীয়া ভাষাত লিখা আলোচনী। প্ৰথম অৱস্থাত ই সংবাদপত্ৰ আৰু আলোচনী এই দুটা ভাগত প্ৰকাশ পাইছিল। ১৮৫৬ চনত ইয়াৰ সংবাদপত্ৰ খণ্ডটো উঠাই দি খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে মাত্ৰ আলোচনা খণ্ড ৰখা হয়। কাকতখনৰ সম্পাদকসকল আছিল ও টি কট্ৰৰ, নাথন ব্ৰাউন, এ এইচ ডেনফোৰ্ড এচ এম হুইটিং, মাইলচ ব্ৰনছন, ডব্লিউ ৱাৰ্ড, ৰেঃ ক্লাৰ্ক, এ কে গাৰ্ণি আদি। ডঃ উপেন্দ্ৰ নাথ গোস্বামীৰ মতে "এইখিনি সময়তে উজনি অসমৰ শিৱসাগৰ অঞ্চলৰ উপভাষাটোৰ বিচাৰ বিশ্লেষণ আৰম্ভ হয়। সেই উপভাষাটোত বিবিধ কিতাপ-পত্ৰ ৰচনা কৰা হয়। পঢ়াশালি আৰু আদালতত তাৰ পুনৰ সংস্থাপন হয় আৰু এইদৰে সি অসমীয়া মান্য ভাষাৰূপে প্ৰতিষ্ঠিত হৈ উঠে।"

'অৰুণোদই'ত প্ৰকাশ হোৱা বিভিন্ন বিষয়ক লিখনি সমূহ পদ্য আৰু গদ্য উভয়তে প্ৰকাশ পাইছিল। কিন্তু পদ্যতকৈ গদ্যৰ সংখ্যা বেছি। দেশ-বিদেশৰ জ্ঞান, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ লগতে খৃষ্টান ধৰ্ম সম্বন্ধীয় অনেক বিষয় তেওঁলোকে গদ্যত ৰচনা

কৰিছিল। ইয়াতে বিভিন্ন দেশৰ সংবাদ, নৈতিক শিক্ষা, প্ৰকৃতিৰ ওপৰত বিচাৰ, জ্ঞান-বিজ্ঞান সম্বন্ধীয় বিচাৰ, সাধুকথা, চুটিগল্প, প্ৰাচীন বুৰঞ্জী বিষয়ক লিখনি, জীৱনী আৰু নানা সাকৰা ভাঙনি উল্লেখযোগ্য। মিচনেৰিসকলে অৰুণোদইত ব্যৱহাৰ কৰা প্ৰকৃত গদ্যৰ স্বৰূপ সম্বন্ধে ইতিমধ্যে নানা আলোচনা-বিলোচনা হৈ গৈছে। অসমীয়া সাহিত্য জগতৰ স্বনামধন্য সাহিত্যিক ডঃ মহেশ্বৰ নেওগে, মিচনেৰিসকলৰ ভাষা ৰীতি সম্বন্ধে মন্তব্য কৰিছে "বেপ্টিষ্টসকলে অসমীয়া ব্যাকৰণ, অভিধান, পঢ়াশালীয়া পুথি জ্ঞান-বিজ্ঞানৰ পুথি লিখি আৰু প্ৰকাশ কৰি আলোচনা তথা খবৰ কাগজৰ উৎকৃষ্ট নিদৰ্শন 'অৰুণোদই' সাতত্ৰিশ বছৰকাল চলাই পঢ়াশালী, আদালতত অসমীয়া ভাষাৰ হেৰোৱা ঠাই পুনৰ উদ্ধাৰৰ যুজত প্ৰথম আৰু শক্তিশালী যুজাৰু হৈ অসমীয়া লেখকক নতুন অসমীয়া ভাষা শিকাত কলম ধৰাই অসমীয়া শব্দাবলীত ইংৰাজীৰ সম্ভাৰ আৰু অসমীয়া বাক্য-ৰীতিত ইংৰাজী প্ৰভাৱ সুমুৱাই অসমীয়া ভাষাক মৃতসঞ্জীৱনীৰে নতুন জীৱন দিলে। আধুনিক সাহিত্য সৃষ্টিৰ বাবে অসমীয়া ভাষাৰ পথাৰত প্ৰথম নাঙল চোচৰালে আৰু আটাইতকৈ ডাঙৰ কথা অসমীয়া মানুহক আত্ম প্ৰকাশ শিকালে।"

অসমলৈ ধৰ্ম প্ৰচাৰৰ বাবে অহা মিচনেৰিসকলৰ ভিতৰত উল্লেখযোগ্য হ'ল নাথন ব্ৰাউন, অলিভাৰ টি কটৰ, মিচেচ কটৰ, মাইলছ ব্ৰন্সন, এ, কে গাৰ্ণি, শ্ৰীমতী গাৰ্ণি, এচ, আৰ ৱাৰ্ড, ডেন ফোৰ্ড, ক্লাৰ্ক আদি।

এওঁলোকে ৰচনা কৰা সাহিত্যৰাজি হল—ডঃ নাথন ব্ৰাউনৰ ইংৰাজীতে লিখা চমু অসমীয়া ব্যাকৰণ "A Gammer of the Assamese Language", নিউ টেষ্টামেণ্টৰ অসমীয়া ভাঙনি— "আমাৰ ত্ৰাণকৰ্ত্তা যীশুখৃষ্টৰ নতুন নিয়ম।" তেওঁৰ অন্য কিতাপ হল বাইবেলৰ অসমীয়া ভাঙনি— 'খৃষ্টৰ বিৱৰণ আৰু সুভযাত্ৰা'। অসমীয়া পুৰণি পুথি – প্ৰধানকৈ পুৰণি বুৰঞ্জীবোধ পুনৰ উদ্ধাৰ কৰাৰ

বাট ব্রাউনে প্রথমতে দেখুৱায়। ব্রাউনৰ পত্নী এলিজা ব্রাউনেও 'গণনৰ অঙ্ক', 'ভূগোল বিৱৰণ আৰু অসমীয়া সাধুৰ পুথি ৰচনা কৰে। মাইলছ ব্রনছনে 'অসমীয়া ইংৰাজী' অভিধান লিখে। এইখনেই প্রথম ইংৰাজী অসমীয়া অভিধান। শ্রীমতী কট্টাৰে ইংৰাজী আৰু অসমীয়া Vocabulary and Phrases লিখে। প্রকাশক মফাট মিলছে Report on the Province of Assam ত অসমত বঙালী ভাষাৰ ঠাইত অসমীয়া ভাষা প্রয়োগ কৰিবলৈ সবল যুক্তি দাঙি ধৰে। শ্রীমতী গার্ণিয়ে 'ফুলমণি আৰু করুণাৰ কাহিনী' লিখে। ইয়াত বাহিৰেও আৰু অনেকজন মিশ্যনেৰী লিখক আছে যিয়ে অসমীয়া ভাষা সাহিত্যলৈ প্রচুৰ বৰঙণি আগবঢাই গৈছে।

সাত সমুদ্র, তেৰ নদী পাৰহৈ আহি অসমত সোমোৱা এই মিশ্যনেৰি সকলে অসমত অসমীয়া ভাষা নতুনকৈ শিকি তেওঁলোকৰ লিখনিত প্রয়োগ কৰিছিল। তেওঁলোকে শব্দ ধাৰ নকৰি প্রত্যক্ষভাৱে ঘৰুৱা আৰু কথিত শব্দৰ ওপৰত বিশেষভাৱে নির্ভৰশীল হৈ সাহিত্য চর্চ্চা কৰিছিল। সেইবাবে তেওঁলোকৰ লিখনিত কথাকোৱা ধৰণৰ এটা ৰসাল ভাষা-ৰীতি সোমাই পৰিছিল। কথা কোৱা ভঙ্গীমাতেই লিখা যে একো দোষণীয় নহয় এই বিষয়ে তেওঁলোকে 'অৰুণোদই'ত লিখিছিল—"ভাসা লিখোতে আখৰৰ জিমান জাতি তিমানহে লিখিব লাগে। একে জাতিৰে দুই তিনি প্রভেদৰ সকাম নাই। জ, য, জৰ এই দুইবো একে উচ্চাৰণ। এই হেতুকে অন্তস্থ য় ৰ বাহিৰে আন য নিলিখে। ভাষাত 'ৰণ' নোবোলে 'ৰন'হে বোলে: পানী হলে পানি বোলে: পাপীৰ ঠাইত পাপি, কুলৰ ঠাইত কুল, সূর্যৰ ঠাইত সুর্জ আৰু সুকজ। পর্ব্বত নোবোলে পর্বতহে বোলে। সর্ব্ব, ধর্ম্ম, মর্ম্ম, কর্ম্ম মুখত নোলাই, সর্ব, ধর্ম, মর্ম কর্ম, নাইবা সৰৱ, ধৰম, মৰম, কৰম এইৰূপে ওলাই। শ্লোক লিখিলে সংস্কৃত ভাবেৰে অৱশ্যে লিখিব লাগে। ভাসাত চলে আমাৰ লাই নধৰিবা"

[ টাইটল এণ্ড মোদ অব স্পেলিং, অৰুণোদই ১৮৫৪ ]

"অৰুণোদই এনে কথিত আৰু সহজ সৰল ৰীতি লেখাত ব্যৱহাৰ কৰা বাবে তাৰাই এটা গুৰুত্বপূৰ্ণ পোৱা নাছিল। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে "সক ল'ৰাৰ ভাষাত যেনে সৰলতা আৰু মধুৰতা গুণ থাকে পাদ্ৰীসকলৰ ভাষাতো তেনে এটি অবিশুদ্ধ সৰলতা আৰু মধুৰতা আছে।" পাদ্ৰীসকলে অকণোদইত ব্যৱহাৰ কৰা সৰল সহজ ভাষাৰ নিদৰ্শন এনেকুৱা—"অসম দেসৰ দখিন পুৱকাঙৰ পৰ্বতসাৰিত নগা জাতি বাস কৰে। সিহঁত নিচেই অসভ্য, বলি, দেখিবলৈ ভয়ানক আৰু গাত আঁকে। মানুহৰ প্ৰাণলৈ সিহঁতৰ এনেহে মৰম নাইকিয়া জে অলপ দোসতে মানুহ মাৰে। সিহঁতে কুকুৰ, মেকুৰী, গৰু এটাইকে খাই, মদত অতি প্ৰীতি আৰু লিখা পঢ়া নেজানে।

নগাহঁতে পূৰ্বে অসম ৰজাসকলক মানিছিল আৰু এতিয়াও ইংৰাজ সকলক মনাৰ চিনস্বৰূপে কিছু ভেটি দিএ আৰু সিহঁতে সৈতে প্ৰীতি ৰাখিবলৈ ইংৰাজৰ অধিপতি সকলেও সিহঁতক কিছু কিছু বস্তু দিএ কিন্তু সিহঁত ভালকৈ অধিন নহই। আটাইবোৰ নগাৰ ওপৰত একটা ৰজা নাই, সিহঁতৰ বেলেগ বেলেগ খেল আছে আৰু ই খেল সি খেলে এনেহে বৈৰতা জে কেতিযাবা কেতিয়াবা একেখেলৰ হিংসাত একেখেল সমূলে হত্য হই। প্ৰতি খেলেই আপুনি আপুনাৰ ৰজা: কিন্তু সিহঁতৰ ওপৰত খোন্‌বাও নামে এটা বিসয়া পাতি লই: সেয়েই প্ৰতিনিধি স্বৰূপ: খেলত দন্দ গোচৰ লাগিলে গোটেই খেলেৰে পৰামৰ্স কৰি সি সিধান্ত দিএ, খোন্‌বাওৰ তলে সান্দকৈ নামে ৰাজমন্ত্ৰি ম্যাৰে একজন আৰু খোন্‌চাই নামে ২০ ঘৰৰ ওপৰত একজন এই দুটা বিসয়া আছে।"

[ নগাৰ বিবৰণ, অকণোদই জুন— ১৮৪৮ চন ]

অসম প্ৰকাশন পৰিষদে ছপাই উলিওৱা 'অকণোদইৰ ভূমিকাত ডঃ মহেশ্বৰ নেওগে লিখিছে— "অকণোদইত অসমীয়া উচ্চাৰণ আৰু ধ্বনি বৈশিষ্ট্য ৰাখিবলৈ যত্ন কৰা হৈছে যে মনকৰিবলগীয়া। তাৰ্য্যত হ্ৰস্ব-দীৰ্ঘৰ পাৰ্থক্য নাই কাৰণে পুৰণি পুথিৰ দৰে প্ৰায় কেৱল

স্বৰ-স্বৰ শ, ষ, স ৰ পাৰ্থক্য নাই বাবে কেৱল 'স', দন্ত্য মূৰ্ধন্য সমান বাবে ন, ণৰ সলনি কেৱল 'ন' য, জ ৰ উচ্চাৰণ এক হোৱা হেতুকে কেৱল মাথোন জ, বেকৰ ওপৰ দুটা ব্যঞ্জনৰ উচ্চাৰণ নহয় বাবে মাত্ৰ এটা এনে ধাৰাত বৰ্ণবিন্যাসৰ সমীকৰণ কৰা হৈছে বিটো। সমীকৰণৰ পুৰণি পুথিত সম্পূৰ্ণ অভাৱ।"

অৰুণোদইত চ আৰু ছৰ ঠাইত কেৱল চ, ক্ষৰ ঠাইত খ্য ব্যৱহাৰ কৰিছিল। পিচলৈ (১৮৬১-চনৰ পিচৰপৰা) শ, ষ, ছ, ঝ, ধ, ক্ষ আখৰো অৰুণোদইত ব্যৱহাৰ কৰা হয়। যেনে— শব্দ, শ্ৰেষ্ঠ ছাতক, মাঝত, যেয়ো, সংক্ষেপ আদি। ডঃ উপেন্দ্ৰনাথ গোস্বামীৰ মতে "এই আখৰবোৰৰ ব্যৱহাৰ থাকিলেও যি ঠাইত যিটো আখৰ লিখিব লাগিছিল সেইমতে লিখা নোহোৱাটোৱে অৰুণোদইৰ বৰ্ণ-বিন্যাসৰ বৈশিষ্ট্য। সেয়েহে অৰুণোদয়ত আমি শব্দ কিছুমান এনেদৰে পাও যেনে জানোৱাৰি, নোআৰোঁ, পোআকৈ বৰুআ, অভিলহ, সিৱসাগৰ, ত্ৰিচ, অৱস্যেই, আচিলে ইত্যাদি।"

উদ্ধৃত অংশটোৰ শব্দ-সম্ভাৰলৈ লক্ষ কৰিলে দেখা যায় যে আধুনিক অসমীয়া শব্দ-সম্ভাৰতকৈ পুৰণি গদ্যপুথি কথাগুৰু চৰিত আৰু অসমৰ প্ৰাচীন বুৰঞ্জী সমূহত ব্যৱহাৰ কৰা শব্দসমূহৰ প্ৰাধান্যহে অৰুণোদইৰ গদ্যত অধিক সোমাই আছে। যেনে এধামৰা (আধামৰা) প্ৰাচিত (পৰাচিত) নিৰসা (নিৰাস) খেমা (ক্ষমা) এসা (আশা) উপদ্ৰও (উপদ্ৰৱ) দন্য (দৈন্য) ইত্যাদি।

মিশ্যনেৰিসকলৰ বৰ্ণবিন্যাস ৰীতি ভুল আছিল বুলি ৺হেমচন্দ্ৰ বৰুৱাই বাৰে বাৰে আঙুলিয়াই দিয়াৰ পিচতো আকোৱগোজহে এই ভুল নীতিকেই অনুসৰণ কৰি থকা কথা বৰুৱাদেৱে তেওঁৰ আত্ম-জীৱনীত উল্লেখ কৰিছে। বিশেষকৈ তেওঁৰ সংশোধনী ভাষা-ৰীতি গ্ৰহণ কৰিবলৈ নিধিৰাম ফাৰছেলৰ পৰা বাধাপোৱা কথা তেওঁ উল্লেখ কৰিছে। অৰুণোদইৰ গদ্যত 'ৱ' আখৰটো ব্যৱহাৰ নকৰাকৈয়ে প্ৰথম অৱস্থাত লিখা হৈছিল। পিচলৈ কিন্তু বৰুৱাদেৱৰ যত্নত 'ৱ' আখৰটোৰ

কৰা হ'ল। বৰুৱাদেৱে “মিছনেৰিৰ ভাষা সৰলীকৰণ নীতি ৰ বিৰুদ্ধে থিয় দিছিল আৰু কৃতকাৰ্য্যও হৈছিল।

ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে অৰুণোদইৰ গদ্য সম্বন্ধে লেখিছে ‘মিশ্যনেৰিসকলে অসমীয়া ভাষাটোক উচ্চাৰণ অনুসৰি লেখিবলৈ যত্ন কৰাৰ ফলস্বৰূপে মান্য অসমীয়া ভাষাটোৰ ধ্বনিগত বৈশিষ্টৰ ছবি প্ৰথম অৰুণোদইৰ বুকুত অঙ্কিত হৈ থাকিল। মিশ্যনেৰিসকল কিন্তু নিজৰ উদ্দেশ্যত সম্পূৰ্ণ সফল হব নোৱাৰিলে। ১৮৬১ চনৰ আগলৈকে গুলোৱা অৰুণোদইৰ সংখ্যাবোৰ চালেও ইয়াৰ সত্যতাৰ প্ৰমাণ পোৱা যায়। ১৮৪৬ চনৰ পৰা ১৮৬১ চনলৈ ওলোৱা অৰুণোদইৰ সংখ্যাবোৰত ব্যৱহাৰ হোৱা অসমীয়া আখৰবোৰলৈ লক্ষ কৰিলে অসমীয়া বৰ্ণমালাত থকা অথচ উচ্চাৰণত নথকা বহুতো আখৰৰ এই সময়ত ব্যৱহাৰ হোৱা দেখা যায়। উচ্চাৰণৰ ভিত্তিক ঈ উ ঋ এইকেইটাৰ ব্যৱহাৰ পোৱা নাযায়। ব্যঞ্জনবৰ্ণৰ পাছত লগলগা ঈ হলে পোৱা যায়। যেনে—শ্ৰীজুত। ব্যঞ্জনবৰ্ণৰ ঙ ৰ ঠাইত ঙ পোৱা যায় ছ ৰ য এই তিনিটা আখৰৰ ব্যৱহাৰ পোৱা নাযায়। বাকী আখৰবোৰৰ ব্যৱহাৰ আছে।

[ অৰুণোদই যুগৰ অসমীয়া ভাষা ]

প্ৰকাশ—১৯৮ অৰুণোদই সংখ্যা

মিশ্যনেৰিসকলে অৰুণোদইত ব্যৱহাৰ কৰা ভাষাৰ আন উদাহৰণ এনেধৰণৰ— ইয়াৰ পাচত আপোনাৰ সৈন্যবিলাক প্ৰস্তুত নহবৰ কাৰণে তেওঁ এক মহাত্ৰিগৰ্য কৰিবলৈ আগ্যা কৰিলে। ১৮২১ সকত মাঘ কালিত তেওঁ বলধৰ মৰ্হানগৰ বেৰিলে। সেই নগৰ বহু বেপাৰৰ দোৱাৰাই অধিক ধনৰ ঠাই আছিল তাৰ মাজত অতি সকত ৰূপে গঁথা অনেক অট্টালিকা আৰু স মন্দিৰ আৰু চুশমান কৰা ঘৰ আছিল। তেওঁ আগছোৱা মাত্ৰকে তাৰ লোকবিলাকে তেওঁৰ হাতত নগৰ সমৰ্পন দিলে আৰু তেওঁ তাৰ সকলো বহু মূল্য বস্তু আপোনাকৈ লুট কৰি ললে। পাচে আপোনাৰ পুত্ৰ ভজিৰ আধনত

চাবিকুবি হেজাব সৈন্য দি জলালউদ্দিনৰ পাচত পঠালে। তেওঁএ তেওঁক ধৰিব নোৱাৰি মাক নগৰ বেৰিলে। মাক নগৰৰ অধিকাৰে সেই নগৰ তেওঁক দিবৰ নিমিত্তে তেওঁলৈ কটকি পঠাই দিলে, কিন্তু তাতে আপোন সাধ্যানুসাৰে কেবল আপোনাৰহে কুশল চিন্তাবিলে।"

[ অৰুণোদই, জুলাই ১৮৫০ ]

ওপৰত উল্লেখ কৰা গদ্য-ৰীতিলৈ লক্ষ্য কৰিলে দেখা যায় যে ইয়াত তদ্ভৱ শব্দতকৈ দেশজ শব্দ বেছি আছে। গদ্যৰ প্ৰকাশ-ভঙ্গী উচ্চাৰণ মতেই হৈছে। কঠিন শব্দৰ প্ৰয়োগ একেবাৰেই নাই। বাক্যৰীতি সুস্পষ্ট, সাৱলীল আৰু সংযত। পুৰণি বুৰঞ্জীৰ গদ্য-ৰীতিৰ লগত উদ্ধৃত অংশটোৰ গদ্যৰ কিছু মিল আছে। অতিৰঞ্জনৰ ব্যৱহাৰো কম। অৰুণোদইত ব্যৱহাৰ কৰা ভাষা সম্পৰ্কত মিচনেৰি সকলৰ বক্তব্য আছিল— "আমি কেবল পণ্ডিতৰ মতে লিখা নহই, সকলো মানুহৰ নিমিত্তে লিখিচো। সংস্কৃত ভাসা মিহলি কৰিলে ভাল নেদেখো সংস্কৃত হলে সুধ সংস্কৃতেই হব লাগে। ভাসা হলে সুদা ভাসাই হব লাগে। সংস্কৃতত প্ৰাই সজোগি আখৰ, ভাসাত গোট গোট আখৰ। আগৰ কালৰ মানুহৰ মুখত সংস্কৃতৰ সকলো মাত লিখা দৰে ফুটিছিল, এতিয়া প্ৰাই পণ্ডিতৰ মুখতো নুফুটে।'

[ ষ্টাইল এণ্ড মোদ অব স্পেলিং অৰুণোদই ১৯৫৪ চন ]

মাইলচ ব্ৰনচনে ১৪০০০ অসমীয়া শব্দ থকা ইংৰাজী অসমীয়া অভিধান লিখি যেনে ধৰণৰ আখৰ জোটনি ব্যৱহাৰ কৰিছিল সি কিছু পৰিমাণে আসোঁৱাহপূৰ্ণ হলেও ই তেওঁৰ অজ্ঞাত দোষ। অভি-ধানখনৰ 'আভাস'ত ব্যৱহাৰ কৰা ব্ৰনছনৰ ভাষা এনেধৰণৰ—

'সকলো জাতি আৰু মানুহৰ মাজত নিজ মাতৃভাষা আদৰণিয়। সেয়ে জিমান কি থিন আৰু অসোভিত নহওক, তেওঁ আপোন ভাসা বুলি নেৰে। ৰণ-বিগ্ৰহ, ৰাজ্য ভগা আৰু নতুন ৰাজ্য পতা, এনে দুৰ্ঘটনাৰ পৰা বা নানা বিদেসি ভাষা সিকাতে মানুহ ভাসাক গুচাব নোৱাৰে। আমাৰ এই আচম দেসত ইয়াৰ প্ৰমাণ দেখা গৈছে'

পূৰ্বে আহোম বজা সকলে এই দেস জয় কৰি স স বছৰ ভোগ কৰিলে। তেওঁবিলাকৰ ভাসা খায়তি জাতিৰ সমন্ধিয় এক ভাসা আছিল। কিন্তু এনে অতি আচৰিত জে বজাসকলৰ ভাষাই অসমিয়া ভাসাৰ একো হানি নকৰি এতিয়া প্ৰায় সেই ভাসা আপুনি লোপ হল। ...... আমাৰ অচমিয়া মানুহৰ এভাগে জিবিকাৰ উপায় নিমিত্তে বহু শ্ৰমেৰে বিদেসি ভাসা সিকে আৰু কিছু বঙ্গালি কথা লিখিব শিকিব পাৰিলে কাচাৰিলৈ গৈ তাত বঙ্গালি অচৰিয়া ছুয়োকো মিহলাই আৰজি আদি লিখি জিবিকাৰ উলিয়াই।' তেওঁ অভিধানত ব্যৱহাৰ কৰা শব্দকেইটা মানলৈ লক্ষ্য কৰিলে বানান পদ্ধতি সম্বন্ধে আভাস পাব পাৰি— অন্তৰিখ্য (অন্তৰীক্ষ), অদ্রিস্য (অদৃশ্য), অচধা (অশ্ৰদ্ধা), অকিৰ্তিম (অকৃত্ৰিম), অধৌৰ্য্য (অধৈৰ্য্য), সাস্ত্ৰিয় (শাস্ত্ৰীয়), ইচা (ইচ্ছা), মিশ্যনেৰিসকলৰ আগতে বাক্যত কমা, চেমিক'লন, প্ৰশ্নবোধক আদি যতি চিন প্ৰৱৰ্ত্তন কৰাৰ চানেকী পোৱা নাযায়।

ব্ৰনছনে তেওঁৰ ভাষাৰীতি সম্পৰ্কত ইংৰাজী পাতনিত লিখিছে "ইয়াৰ আগতে এই ভাষাৰ কোনো গঢ নোপোৱাত আৰু যেয়ে সেয়ে যেনেকৈ পায় তেনেকৈ লিখাত আন সকলো প্ৰথম প্ৰচেষ্টাৰ দৰেই এই চেষ্টাও নিশ্চয় অলপ নহয় অলপ অসম্পূৰ্ণ হবই। তথাপি বিনা বিচাৰে এটি শব্দও সৰকি যাবলৈ দিয়া হোৱা নাই আৰু সন্দেহৰ স্থলত আটাইতকৈ জ্ঞানবৃদ্ধ লোকক সুধি লোৱা হৈছে। ইয়াৰ আখৰ জোটনিত অসমীয়া পণ্ডিত যদুৰাম বৰুৱাৰ নিয়ম মানি চলা হৈছে। মোৰ বিশ্বাস আনবোৰ নিয়মতকৈ এই নিয়মেই জনসাধাৰণৰ উচ্চাৰণৰ লগত অধিক মিলে।" [Introduction to Brown's Grammatical Notices, P IX]

চন্দ্ৰধৰ বৰুৱাই অৰুণোদইৰ গদ্যক "নিভাজ, নিমজ, নিয়াৰি, সৰল আৰু শুৱলা" বুলি আখ্যা দিছে। আধুনিক অসমীয়া গদ্য-সাহিত্যলৈ মিশ্যনেৰিসকলে যে এটা নতুন ষ্টাইল বা শৈলী কঢ়িয়াই

আনিছিল এই কথাত কোনো সন্দেহ নাই। মিশ্যনেৰিসকলৰ এই নতুন সাহিত্যৰ সুৰটোক সমালোচকে এনেধৰণে মন্তব্য দিছে—"মিশ্যনেৰিসকলে আমাৰ ভাষাক এটি সুৰ শিকাই গ'ল। এইসুৰটি আগেয়ে লুকাই আছিল। ই পাশ্চাত্য সাহিত্যৰ নিজা সম্পত্তি। তাক পাদুৰীসকলে সাতসাগৰ, তেৰনদী পাৰহৈ আহি ভাৰতবৰ্ষৰ ভাষাবোৰক শিকাই দিলেহি। বৰ্ত্তমান যুগত ভাৰতীয় আন আন সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰো যতেই টোকৰমাৰা এই বিলাতী সুৰটিৰ গুণ-গুণনি শুনিবলৈ পাবা।" [ অসমীয়া ভাষা: হেমচন্দ্ৰ গোস্বামী]

আকৌ বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই তেখেতৰ 'ফুল-চন্দন'ত লিখিছে—"অৰুণোদই কথাসাহিত্যই অসমীয়া সাহিত্য ভঁড়াল শব্দ সম্পদেৰে চহকী কৰিলে। গদ্য লিখাৰ ঠাচটোও ইংৰাজী ধৰণলৈ ধাগৰ মাৰিলে। কথাসাহিত্যৰ এই সুৰটোক গজলীয়া সুৰ বুলিলে বজিতা খাই পৰিব। অৰুণোদইৰ দিনত বাক্য প্ৰকাশৰ ৰীতিটো দীঘলীয়া হৈ চুটি হ'ল। পাৰ্য্যমানে সংস্কৃত শব্দৰ ঠাইত দেশজ শব্দ সুমুৱা হ'ল। বাক্যবিন্যাস, বাক্যৰীতি প্ৰায়েই ইংৰাজী অনুৰূপেই হ'ল।"

মিশ্যনেৰিসকলে অকল যে অসমীয়া সাহিত্যলৈ এক নতুন গদ্যৰীতিৰেই আমদানি কৰিলে এনে নহয়। তেওঁলোকৰ প্ৰভাৱত এচাম নতুন অসমীয়া সাহিত্যিকৰো প্ৰজন্ম হ'ল। মিশ্যনেৰিসকলৰ সাহিত্যিক প্ৰচেষ্টাত উদ্বুদ্ধ হোৱা অসমীয়া লিখকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়াল ফুকন অন্যতম। ফুকনৰ অৰুণোদইত প্ৰকাশ পোৱা "ইংলণ্ডৰ বিৱৰণ" আৰু প্ৰায় চাৰিশ পৃষ্ঠাৰ 'অসমীয়া লৰাৰ মিত্ৰ'ই তেওঁৰ গদ্যৰ প্ৰতিকৃতি সম্বন্ধে জানিবলৈ আমাক বহু সমল দিছে। তেওঁৰ ৰচনা 'ইংলণ্ডৰ বিৱৰণ'ৰ পৰা লোৱা উদ্ধৃতি অংশই আমাক তেওঁৰ গদ্য সম্বন্ধে জনাত সহায় কৰিব।

"হে ক্ৰিপাময় জগদিশ্বৰ, এই অসম দেশৰ লোকসকলক সভ্য, গিয়ানি আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়া, যিবিলাক অজ্ঞান

আৰু দুৰবস্থা জানিবলৈ সিবিলাকক গিয়ান দিয়া আৰু তোমাৰ বিচিত্ৰ সক্তিৰে সিবিলাকক সভ্য কৰা আৰু তোমাক জানিবৰ আৰু আগ্যা পালিবলৈ যোগ্য কৰা। যি সময়ত অসমত ঠাই ঠাইত ফুলবাৰী হব, নৈত ডোঙা গুচি জাহাজ হব, ঘৰ বাঁহৰ গুচি সিল-ইটাৰ হব, গাঁৱে গাঁৱে পৰ্হাসাথি হব, গিৰ্জাঘৰ সভা, চিকিৎসালয়, দুখীয়া-দৰিদ্ৰ পৰিত্ৰাণৰ আলয় হব আৰু যি কালত লোকসকলে পৰস্পৰে হিংসা হিংসি নকৰি আটায়ে আটাইক ভাত্ৰিৱত চেনেহ কৰিব — সেই সময়, হে পৰমপিতা জগদিস্বৰ সিভ্ৰে ঘটোৱা।"

ওপৰৰ কথাখিনিৰ পৰা বুজিব পাৰি যে ঢেকিয়াল ফুকনে সম্পূৰ্ণ নহলেও বহুলাংশে অৰুণোদইৰ ভাষা-ৰীতিক আশ্ৰয় কৰিছিল। তেওঁ সংস্কৃত আৰু ফাৰ্চী ভাষাও কিছু জানিছিল বাবে মাজে মাজে এনে শব্দৰ প্ৰয়োগ দেখা যায়। মাজে মাজে থলুৱা শব্দৰ প্ৰয়োগো আছে। সাহিত্যৰ বুৰঞ্জী লিখক ডিম্বেশ্বৰ নেওগে ফুকনৰ গদ্য লিখনি সম্বন্ধে মন্তব্য দিছে— "আনন্দৰাম অকল বৰ্ত্তমান অসমীয়া গদ্যৰ প্ৰথম প্ৰৱৰ্ত্তকেই নহয়, বৰ্ত্তমান অসমীয়া ভাষাৰ আদি অৱস্থাৰ অনেক অপায় অমঙ্গলৰ বিৰুদ্ধে যুজা প্ৰথম আগৰণুৱা তেওঁ, অসমীয়া সাহিত্যৰ আৰু জাতিৰ নতুন আদৰ্শ দাঙি ধৰোতা তেওঁ।"

আনন্দৰাম ঢেকিয়াল ফুকনক এটা যুগৰ শেষজন শ্ৰেষ্ঠ লিখক বুলি আখ্যা দিব পাৰি। মাত্ৰ উনত্ৰিশ বছৰ বয়সতে জীৱনৰ অৱসান নঘটা হলে হেমচন্দ্ৰ-গুনাভিৰামৰ সাহিত্য সৃষ্টিৰ গতিধাৰাই সহজে আৰু সোনকালে এক নতুন মোৰ ললেহেঁতেন বুলি কব পাৰি।

অধ্যাপক নন্দ তালুকদাৰে ঢেকিয়াল ফুকনৰ ওপৰত গবেষণা কৰি ঢেকিয়াল ফুকনৰ বিষয়ে বহু মূল্যৱান তথ্য আমাক দিছে। ডঃ প্ৰফুল্লদত্ত গোস্বামীয়ে 'অ'ৰ্ফেন মিত্ৰ'ৰ গল্পক "যোৱা শতিকাৰ ভাষা জাগৰণৰ কালৰ প্ৰথম উল্লেখযোগ্য পাঠ্যপুথি আৰু আধুনিক অসমীয়া গদ্যৰ বিকাশৰ পথৰ এটি মাইল খুটি" বুলি অতি মূল্যবান মন্তব্য কৰিছে।



# আধুনিক অসমীয়া গদ্যৰ ৰঙ্দকাচলি

[ ১৮৫ — ১৮৯ পৃঃ ]

আধুনিক অসমীয়া সাহিত্যৰ মিঠা ৰ দকাচলিত গা টৌৱাই অসমীয়া জনসাধাৰণকো তাৰ সোৱাদ লবলৈ আহ্বান কৰা ব্যক্তি সকলৰ ভিতৰত প্ৰথম আৰু প্ৰধান হ ল হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা। আধুনিক সাহিত্যৰ সকলো উপাচাৰেৰে সাহিত্য ভেটি নিৰ্মাণ কৰিবলৈ মিচনেৰিসকলে মাটি আবাদহে কৰিছিল। ভেটি কিন্তু নিৰ্মাণ কৰিলে হেমচন্দ্ৰ গুণাভিৰামেহে। কেৱল ধৰ্ম প্ৰচাৰৰ মনোধৰ্মীতাৰে প্ৰকাশ কৰা অৰুণোদইৰ লিখনিয়ে অসমীয়াৰ জাতীয়তাবোধ সৃষ্টি কৰা ঐক্যভাৱ প্ৰতিষ্ঠা কৰা বা সমাজ স স্কাৰ কৰা ধৰণৰ কোনো উচ্চ আদৰ্শ বহন কৰিব পৰা নাছিল অৱশ্যে অৰুণোদইৰ মাজেৰে নিজকে প্ৰতিষ্ঠা কৰা আনন্দৰাম ঢেকিয়াল ফুকনৰ লিখনি আছিল সম্পূৰ্ণ ব্যতিক্ৰম। তেওঁৰ লিখনিত ধৰ্মভাৱৰ ঠাইত জাতীয়তাবোধ আৰু অসমীয়া সমাজ স স্কাৰ কৰি নতুনকৈ গঢ়াৰ মানসিকতাই প্ৰধানকৈ ঠাই পাইছিল।

একেধৰণে হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ সাহিত্য সৃষ্টিত স্বদেশ প্ৰীতি আৰু জাতীয়তাবোধৰ চানেকী আছে। দুয়োজন লিখকে অসমীয়া ভাষাৰ নিজস্ব আৰ্হি সাহিত্যত প্ৰতিষ্ঠা ক ৰবলৈ যত্ন কৰিছিল। এই সম্পৰ্কে ড সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে— এই দুয়োজন লিখকৰ হাতত‌ে অসমীয়া গদ্যই নিজস্ব মহিমা লাভ কৰিলে। খৃষ্টানী ৰচনাৰ ঠানাৰ ঠুন্নক গদ্যই এওঁলোকৰ ৰচনাত শুদ্ধ গম্ভীৰতা লাভ কৰিলে আৰু বিশুদ্ধ অসমীয়া গদ্যৰ চানেকী ৰূপে প্ৰতিষ্ঠিত হ ল।

প্ৰয়োজন লিখকৰে গদ্যশৈলী বিচাৰ কৰাৰ আগেয়ে আমি তেওঁলোকৰ সাহিত্য সৃষ্টিৰ কাল পৰিবেশ সাহিত্যৰ পৰিসৰ আৰু সমাজ সচেতনতা সম্বন্ধেও কিছু কথা জানিব লাগিব। হেমচন্দ্ৰ বৰুৱা আছিল ৰক্ষণশীল ব্ৰাহ্মণৰ লৰা। কিন্তু ইংৰাজী সাহিত্য শিক্ষাৰ প্ৰতি থকা তেওঁৰ স্পৃহাই এনে ৰক্ষণশীলতাৰ চাৰিবেৰ ভাঙি ইংৰাজী ভাষা সম্পূৰ্ণৰূপে আয়ত্ত কৰা বাবে বৃটিছ চৰকাৰৰ শাসনৰ ভিতৰলৈ সোমাই গৈ অসমীয়া সমাজ তথা জাতিৰ প্ৰতি ইংৰাজে কৰা দোষ ত্ৰুটিবোৰ আঙুলিয়াই দি সমাজ আৰু সাহিত্যৰ সকলো স্তৰতে সংস্কাৰ আনিবলৈ তেওঁ চেষ্টা কৰিছিল।

হেমচন্দ্ৰ বৰুৱাই সাহিত্যিক জীৱন আৰম্ভ কৰিছিল ছদ্ম নামেৰে অৰুণোদইত প্ৰবন্ধ লিখি। তেওঁ অসমীয়া ব্যাকৰণ আদিপাঠ অসমীয়া লৰাৰ ব্যাকৰণ পঢ়াশালীয়া অভিধান সংক্ষিপ্ত হেমকোষ হেমকোষ অভিধান পাঠমালা স্বাস্থ্য ৰক্ষাৰ নিয়ম ( Way to Health ) কানীয়া কীৰ্ত্তন বাহিৰে ৰংচং ভিতৰে কোৱা ভাতুৰী আদি লিখিছিল আৰু আসাম নিউজ কাকতৰ সম্পাদনা কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ গদ্যৰ চানেকী হিচাপে আমি তেওঁৰ কোৱা ভাতুৰীৰ পৰা অংশ বিশেষ লব পাৰো— কোৰধনীয়া সত্ৰৰ গোবৰ্দ্ধনদেউ আতা পৰম বৈষ্ণৱ। কংস ৰজাৰ চন্দন যোগতী কুজী বাইৰ বংশত জাত সাক্ষাত গুৰুজনাৰ পৰা পৰমাৰ্থৰ ভাগ পোৱা গোপীনাথদেউ আতাৰ পৰিনাতি। ঘোষা কীৰ্ত্তন ৰত্নাৱলী এই তিনিখানি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ। ইয়াত বাজেও গুণমালা ভটিমা [পদ] তোটয় এইবিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে। বৰগীতত গোসাইদেউ এনেহে পাৰ্গত যে তেওঁ পুৰবীয়া নিশা গীত ধৰিলে গচৰৰ পছবিলাকেও পাত লৰোৱাৰ চলেৰে তাল ধৰে আৰু কুকুৰ শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে।

আকৌ বৰুৱাৰ আন এটা প্ৰবন্ধ মিঠা মাত আৰু সদয় ব্যৱহাৰ ৰ ভাষা এনেধৰণৰ— সকলোৱে মিঠা মাতেৰে মাতিব লাগে। কৰ্কশ মাত কেৱে ভাল নাপায় মিঠা কথাই হলে সকলোকে বশ

কৰে। আমাৰ শ্ৰেষ্ঠ কি সন্মনীয়া মানুহৰ কথাকে নকওঁ, আমাতকৈ নীহ মানুহকো সাদৰেৰে কথা কোৱাত একো হানি নহয়, বৰং তাৰ বাবে আমি প্ৰশংসাহে পাওঁক। কিন্তু বৰ ডাঙৰ লোকৰো অনেক কটু কথা কোৱা অভ্যাস হলে তেওঁ আটাইৰে অপ্ৰিয় হয়। সকলো মানুহ একে জাতিৰ জীৱ, কেৱল কোনো বিশেষ কাৰণৰ নিমিত্তে অৱস্থাৰ হীন-দেডি হয়, এই মাত্ৰ প্ৰভেদ। এতেকে যি যেনে অৱস্থাৰ মানুহ, তেওঁক তেনে অৱস্থাৰ উপযুক্ত সম্বোধন কৰি মাতাটো ভদ্ৰতা আৰু সুশিক্ষাৰ চিন, কিন্তু হুটা মাত যাৰ প্ৰতি প্ৰয়োগ কৰা যায় সেই মাতে তেওঁৰ অসন্তোষ জন্মাইয়ে নেথাকে, যি সেই মাত ব্যৱহাৰ কৰে, তেওঁৰো নীচতা আৰু শিক্ষাৰ অভাৱ দেখায়।'

ওপৰৰ দুয়োটা পাঠৰ ভাষালৈ লক্ষ্য কৰিলে দেখা যায় যে অৰুণোদইৰ গদ্য উচ্চাৰণ অনুযায়ী শব্দ ব্যৱহাৰ ৰীতি ইয়াত সম্পূৰ্ণ পৰিহাৰ কৰা হৈছে। শব্দ সংযোজনা, বৰ্ণবিন্যাস আদি সম্পূৰ্ণ অসমীয়া ধাচৰ। সমালোচকৰ মতে এই ভাষা ''আধুনিক অসমীয়া সাধুভাষাৰ উপযুক্ত আছি।" ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যৰ ওজা জনচনৰ ভাষা-ৰীতিৰ লগত উনৈশ শতিকাৰ হেমচন্দ্ৰ বৰুৱাৰ আৰু গুণাভিৰাম বৰুৱাৰ ভাষা-ৰীতিক তুলনা কৰিব পাৰি। দুয়োজন লিখকে সম্পূৰ্ণ জাতীয় স্বাৰ্থ প্ৰতি বিশেষধৰণে উদ্বুদ্ধ হৈ সাহিত্যৰ মাজেৰে ব্যক্তি চৰিত্ৰ সংশোধনৰ আশ্ৰয় লৈছিল। বাক-চাতুৰ্য্যপূৰ্ণ বুদ্ধিনিষ্ঠ হাস্যৰস (Wit) বিমল হাস্যৰস (Humour) কটাক্ষ বা বিদ্ৰোপাত্মক (Satire) আদি প্ৰয়োগ কৰি হেমচন্দ্ৰ বৰুৱাই ব্যক্তি চৰিত্ৰ সংশোধনৰ আশা কৰিছিল বাবে কোৱা তাতুৰী, 'কানীয়া কীৰ্ত্তন' পুথি ৰচনা কৰি ৰসাল গদ্যৰ সৃষ্টি কৰিছিল। পিচৰ যুগত ৰসৰাজ বেজবৰুৱা, সত্যনাথ বৰা, লম্বোদৰ বৰা আদিয়ে হেমচন্দ্ৰ বৰুৱাৰ এই ব্যঙ্গ মিশ্ৰিত হাস্যৰসৰ ধাৰাটো সাহিত্যত অব্যাহত ৰাখে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱা একে সময়ৰ লিখক। সেইবাবেই উনবিংশ শতিকাৰ প্ৰায় শেষৰ দশক তিনি, চাৰিটাক হেমচন্দ্ৰ-গুণাভিৰামৰ যুগ বুলি কোৱা হয়। হেমচন্দ্ৰ বৰুৱাৰ দৰে গুণাভিৰাম বৰুৱাইও অৰুণোদইৰ মাজেৰে সাহিত্য জগতত প্ৰৱেশ কৰে। 'ৰাম-নৱমী', 'বিবাহ ৰহস্য' গুণাভিৰামৰ সামাজিক নাট। 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত', 'অসম বুৰঞ্জী' আদি সৃষ্টিধৰ্মী বাস্তৱ সাহিত্য। 'আসাম বন্ধু' তেওঁৰ সম্পাদনাত ওলোৱা মাহেকীয়া কাকত। গুৰুদত্ত ছদ্মনামেৰে তেওঁ 'বিজুলী' কাকতত কেইবাটাও কবিতা লিখিছিল। 'কঠিন শব্দৰ ৰহস্য ব্যাখ্যা' বৰুৱাৰ পাতল হাস্যৰস প্ৰধান কিতাপ। 'জোনাকী'ত প্ৰকাশ হোৱা কেইবাটাও বুৰঞ্জীমূলক প্ৰবন্ধ আৰু 'সৌমাৰ ভ্ৰমণ' বৃত্তান্ত গুণাভিৰাম বৰুৱাই লিখা।

পশ্চিমীয়া আদৰ্শৰ হাস্যৰস আৰু ব্যঙ্গসুৰৰ ধ্বনি-প্ৰতিধ্বনি প্ৰথমবাৰৰ বাবে এই দুজন লিখকৰ গদ্যৰ মাজেদি অসমীয়া সাহিত্যলৈ বাগৰি আহে। দুয়োজন লিখকে শব্দৰ চাতুৰ্য্যৰ দ্বাৰা হাস্যৰসৰ সৃষ্টি কৰিবলৈ প্ৰযাস কৰিছে যদিও সমালোচকে হেমচন্দ্ৰ বৰুৱাৰ হাস্যৰস প্ৰধান গদ্য আৰু গুণাভিৰাম বৰুৱাৰ হাস্যৰস প্ৰধান গদ্যৰ বিষয়বস্তুৰ বিৱৰণ, শব্দ-ব্যঞ্জনা আদিৰ মাজত বহু পাৰ্থক্য দেখিছে। ডিম্বেশ্বৰ নেওগৰ মতে "হেমচন্দ্ৰ বৰুৱাৰ কদো-বৰলৰ শুঙৰ নিচিনা বিষময বিদ্ৰুপ গুণাভিৰামৰ ৰচনাত নাই।" হেমচন্দ্ৰ বৰুৱাৰ গদ্যত থকা বিদ্ৰোপাত্মক বাক্য প্ৰযোগ এনেধৰণৰ— "বৰগীতত গোসাইদেউ এনেহে পাৰ্গত যে তেওঁ পুৱতি নিশা গীত ধৰিলে কুকুৰ শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে।" গুণাভিৰামৰ হাস্যৰস প্ৰধান শব্দ প্ৰয়োগ এনেধৰণৰ—"ৰতনপুৰৰ পৰাই অধ্যাপক যদু পাচনিয়ে সুধিলে, দেউ, চাহাব কিয় বোলে? অধ্যাপকে কলে—চাহেন বা প্ৰাতু ইতি চাহাব। চাহ খাই ৰক্ষা কৰি থাকে দেখি চাহাব। যদু, দেউ কচাৰি কিয় বোলে? অধ্যাপক— কঃ চাৰি অৰ্থাৎ কোন কোন

চাবিজন বহা ঠাই ? বৰ চাহাব, ছোট চাহাব, সদৰ আমিন, মনচুপ। যত্নু-মৰ্কদমা কিয় বোলে— ? অধ্যাপক—মং মনুষ্য কদৰ্মং কৰোতি যঃ সঃ মৰ্কৰ্দমা।"

অকল হাস্যৰস ৰচনাতেই নহয় সাহিত্যৰ সকলো ক্ষেত্ৰতে গুণাভিৰাম বৰুৱা এজন সবল, অমায়িক আৰু স্বদেশপ্ৰাণ লিখক আছিল। তেওঁৰ গদ্য-ৰীতিৰ প্ৰকৃত আভাস পাবলৈ 'সৌমা ভ্ৰমণ'ৰ পৰা অংশ বিশেষ কহিয়াই চাব পাৰি— "এই অসম দেশ আমাৰ মাতৃভূমি। আমি ইয়াতেই উপজিছোঁ, ইয়াতেই শিক্ষা পাইছোঁ, এই দেশৰ নামেই আমি সংসাৰ হাটত বিকা হৈ আছোঁ। জননী যেনে আদৰণীয়া আৰু পূজনীয়া এই আমাৰ জন্মভূমিও আমাৰ পক্ষে তেনে মৰম আৰু সেৱাৰ থলি। যাক যি ভাল পাই তাক সি বৰকৈ শলাগে। সেই শলাগিব লগীয়া বস্তুৰ যিমান কি দুৰ্বলতা থাওক যিমান কি আসোঁৱাহ থাওক সেইবোৰ সেইজনে নেদেখে। এনেভাব দুৰ্ব্বল আৰু স্বাৰ্থপৰ হলেও ই অতি মনোৰম।"

অতি গহীন, গম্ভীৰ, প্ৰাঞ্জল অথচ সংক্ষিপ্ত ভাষাৰে তেওঁ লিখনি আবেগময় কৰিছে। অৰুণোদই কালৰ উচ্চাৰণ অনুযায়ী শব্দৰ ব্যৱহাৰ ইয়াত কতো নাই। তৎসম, তদ্ভৱ আৰু দেশজ শব্দৰ ব্যৱহাৰ পাৰ্য্যমানে কৰা হৈছে যিটো অৰুণোদইৰ লিখনিত পৰিহাৰ কৰা হৈছিল। অসমীয়া সাহিত্যৰ এজন প্ৰখ্যাত সমালোচকৰ তলৰ উদ্ধৃতিৰ পৰাই এই দুজন লিখকৰ গদ্যশৈলীৰ সম্বন্ধে আভাস পাব পাৰি।

"অৰুণোদই যুগত সংস্কৃত গন্ধী শব্দৰ প্ৰতি যি সতিনী মৰম দেখুওৱা হৈছিল [হেমচন্দ্ৰ-গুণাভিৰামৰ যুগত] সেইবোৰ সংশোধন কৰি গ্ৰহণ কৰা হ'ল। তেতিয়া যি শব্দ বা লেখা-ঠাচ আচহুৱা আচহুৱা যেন লগা হৈছিল তাক এতিয়া জীণ নিয়াই ঘৰুৱা কৰা হ'ল। ইংৰাজী বাক্য-ৰীতিৰ প্ৰভাৱ যদিও একেবাৰেই নগল তথাপি সেই আগৰ গোটে-পাতে ইংৰাজী ভাব প্ৰকাশ কৰাৰ জমটো এতুৱা

ৰীতিৰে গঢ়িলত হ'ল। আগৰ কোমল কোমল উকা শব্দ প্ৰয়োগ ৰীতি গুচি এতিয়া বলবান যুকলি আৰু খণ্ডবাক্য যোগ দি ভাষা সমুদ্ৰাশ্বাক প্ৰকাশিকা শক্তি বহুল প্ৰভাৱী কৰা হ'ল।"

['ফুলচন্দ্ৰ' বেজবৰুৱাৰ পৰা]

দুয়োজন লিখকৰে গদ্যশৈলীৰ মনকৰিবলগীয়া দিশ হৈছে— বিষয়ানুগ প্ৰকাশভঙ্গী। যেনে ধৰণৰ বিষয়-বাচনি কৰিছিল তেনে ধৰণৰ শব্দ প্ৰয়োগ হৈছিল। অনাৱশ্যক ভাবোচ্ছ্বাস তেওঁলোকৰ গদ্যত নাই। ডঃ প্ৰফুল্ল কটকীয়ে এই দুজন লিখকৰ গদ্যৰ বৈশিষ্ট্যক 'মধ্যপন্থা' বা Middle Style বুলি কৈছে যিটো ডঃ জনচনে এডিচনৰ ৰচনা সম্বন্ধে কৈছিল।

১৮৮০ চনত গুণাভিৰাম বৰুৱাই 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত' লিখি উলিয়ায়। বৈষ্ণৱ যুগৰ ধৰ্মীয় আৱেষ্টনিৰ পৰা ওলাই আহি আধুনিক দৃষ্টিভঙ্গীৰে লিখা এইখনেই প্ৰথম উল্লেখযোগ্য অসমীয়া জীৱন চৰিত। চৰিত পুথিখনৰ ভাষা সৰল অথচ গাম্ভীৰ্য্য-পূৰ্ণ। বৈষ্ণৱ চৰিত পুথিৰ গদ্যৰ দৰে তৎসম শব্দৰে ভাৰাক্ৰান্ত নহয়। তেওঁৰ ৰচিত 'অসম বুৰঞ্জী'ৰ গদ্যও আধুনিক গদ্যৰ এচন্ চপা। সম্পূৰ্ণ বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে বিশ্লেষণ কৰা এই বুৰঞ্জীৰ গদ্য-ৰীতিয়ে পিচৰকালৰ গদ্য সৃষ্টিৰ বাটকটীয়া হিচাপে কাম কৰিছে। হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউচ'ৰ ভাষাৰ দৰে গুণাভিৰামৰ 'আসাম-বন্ধু'ৰ ভাষাইও আধুনিক গদ্যসাহিত্যত এক অভ্ৰান্ত আৰু নতুন পথৰ সূচনা কৰিছিল।

সদায় আউল লাগি থকা বৰ্ণ বিন্যাস সম্পৰ্কে হেমচন্দ্ৰ বৰুৱাই লিখিছিল— "আমাৰ ভাষাত বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা হয়— প্ৰথম উচ্চাৰণ অনুসৰি, দ্বিতীয় মূল শব্দৰ দৰে, তৃতীয়তে আন লোক সকলে বহুত দিন চলোৱা নিয়ম মতে। 'কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণ ধৰি বাট যোৱা ভাল। এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে, কোনো অসমীয়া শব্দৰ উচ্চাৰণ লৰে, তেনেহলে তাৰ মূলটো

নেছাই উচ্চাৰণৰ অনুগামী হৰফলগে এইদৰে বাক্তি দিয়া দীঘ্ৰ প্ৰকাশ হ লত পাক্ষী সুম চাহাকেও আগৰ অৰুণোদই ৰীতি এৰি পেলালে। শব্দৰ অন্তত থকা অনুস্বৰটো কাৰক প্ৰত্যয় যোগ হলে অনুস্বৰ হৈ ইত হয়। যেনে ছিলঙলৈ যাম—ছিলংলৈ যাম নহয়। বিদ্ৰুৰ অপভ্ৰংশ আৰু বা বিদেশী শব্দ বহুকাল আমাৰ ভাষাত চলি থাকি তাৰ অঙ্গ স্বৰূপ হৈছে। এতিয়া বিশুদ্ধৰ অশুদ্ধ বা বিজাতীয় বুলি এৰিব নোৱাৰি এৰিলেও অসমীয়া স্বাধ ছাল-খকহ পৰ কাটো আথোন থাকিব এইদৰে হেমচন্দ্ৰ বৰুৱাৰ আদৰ্শকে মানি জোনাকী বাহী যুগলৈকে আনকি এতিয়াও সাহিত্যা নুৰাগী মাত্ৰেই অসমীয়া কথাসাহিত্য ৰচনা কৰি আছিল আৰু এতিয়াও আছে। [ বেণুধৰ শৰ্মাৰ ৰচনাৱলী পৃ ২৪৪/৪৫ ]

অসমীয়াত ৱ আখৰ নোহোৱাকৈ লিখা নিখিবাম ফাৰেলৰ পদ্ধতিক একপ্ৰকাৰ জোৰ কৰিয়েই হেমচন্দ্ৰ বৰুৱাই নাকচ কৰিছিল আৰু অসমীয়াত ৱ আখৰৰ ব্যৱহাৰ কৰিছিল। হেমচন্দ্ৰৰ এই কাৰ্যক মাটিন চাহাবেও ভালপোৱা নাছিল। অসমীয়া ভাষাৰ বৰ্ণ বিন্যাসৰ নীতি হেমচন্দ্ৰ বৰুৱাই নিৰ্দ্ধাৰণ কৰি নিদিয়া হলে ভাষাৰ বাট লৰিলহেঁতেন। তেওঁ নিভাজ অসমীয়া শব্দ ব্যৱহাৰৰ পক্ষ পাতি আছিল। হেমচন্দ্ৰৰ গদ্যশৈলী অসমীয়া সাহিত্যৰ উচ্চাঙ্গৰ সম্পদ। ভাষা প্ৰয়োগৰ ক্ষেত্ৰত হেমচন্দ্ৰ যেনে কঠোৰ নীতিনিষ্ঠ গুণাভিৰাম তেনে নাছিল।

অৰুণোদইৰ ( ১৮৪৬ ) পৰা জোনাকী ( ১৮৮৯ ) লৈকে এই সময়চোৱা অসমীয়া সাহিত্যৰ পুনৰ্বাসনৰ সময়। এই গুৰুত্বপূৰ্ণ সময়চোৱা আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্ব্বৰ বিস্তাৰ সময় বুলি কব পাৰি। আধুনিক অসমীয়া ভাষা সাহিত্যৰ ইতিহাসত হেমচন্দ্ৰ গুণাভিৰামৰ সাহিত্যই কেইটামান বৈশিষ্ট্য স্থাপন কৰিছে। যেনে— (১) অৰুণোদইৰ ভাষাৰ গাঠনিৰ পৰা আৰু আখৰ জোটনিৰ পৰা অসমীয়া ভাষাই গচ সলায় আৰু পৰবৰ্ত্তী সময়ৰ বাবে নিজ

ৰূপ প্ৰতিষ্ঠা কৰে। (২) অসমীয়া ভাষাক পুনৰ্ব্যাসনৰ ফলত বিভিন্ন বিষয়ৰ পাঠ্যপুথি ৰচনা কৰা আৰু প্ৰকাশৰ দুৱাৰ মুকলি হয়। (৩) ব্ৰাহ্মধৰ্ম আৰু নৱজাগৰণৰ প্ৰবাহে অসমীয়া শিক্ষিতৰ প্ৰাণত সমাজ সচেতনতা আৰু সংস্কাৰমুখী মনোভাৱৰ জন্ম দিলে। (৪) ইংৰাজী সাহিত্যৰ লগত আৰু পাশ্চাত্যৰ উদাৰ মানৱিকবাদী দৃষ্টিৰে পুষ্ট হৈ নব্য সাংস্কৃতিক চিন্তাৰ আৰু সাহিত্য-ৰচনাৰ দুৱাৰ মুকলি কৰে। (৫) জাতীয় ভাব আৰু জাতীয় প্ৰীতিৰ মনোভাব সুদৃঢ় কৰি তোলে।" [ভূমিকা : আসাম বন্ধু]

হেমচন্দ্ৰ-গুণাভিৰামৰ বাহিৰে অনুগামী আৰু দুই চাৰিজন অসমীয়া লিখক-লিখিকাই অসমীয়া সাহিত্যলৈ কিছু গদ্যসাহিত্য আগবঢ়াইছিল। সাহিত্যৰ মাপকাঠিৰে এনে লিখনিবোৰৰ মূল্য একেবাৰে উচ্চ পৰ্য্যায়ৰ নহলেও সময় নিৰপেক্ষ যুক্তিৰে বিচাৰ কৰি চালে এনে গদ্যসমূহৰো অসমীয়া সাহিত্যৰ বুৰঞ্জীত স্থান আছে। এই সকলৰ ভিতৰত পদ্মাৱতী দেৱী ফুকননিৰ 'সুধৰ্মাৰ উপাখ্যান' ইংৰাজী লিখিকা শ্ৰীমতী মুলেনৰ বঙালী উপন্যাসৰ অসমীয়া অনুবাদ 'ফুলমণি ও করুণা'। শ্ৰীমতী মুলেনৰ উপন্যাসৰ ভাষা সম্পূৰ্ণ ইংৰাজী আৰু বঙালী প্ৰভাৱযুক্ত। সুধৰ্মাৰ উপাখ্যানৰ ভাষা এনেকুৱা— 'ৰাতি সুধৰ্মাই সমাজিকক দেখিলে যি ঋষিএ বাঘৰ হাতৰপৰা ভেকুবিলাকক ৰক্ষা কৰিছিল সেই ঋষিযে কৈছে। বাছা! তুমি নকৰিবি, তোৰ স্বামী জীয়াই ভালে আছে, অতি অলপতে পাবি। তেওঁ সমাজিকতে সত্য যেন মানি মনত বৰ আনন্দ পালে আৰু সকলো নগৰীয়া বিলাকে সমাজিকৰ কথা শুনি বড আনন্দেৰে জয়ধ্বনি কৰি কৰি কলে— সংস্বপ্ন, সৰ্ব্ব ফলোক।" দেৱী ফুকননিৰ লিখনি একেবাৰে অৰুণোদই প্ৰভাৱমুক্ত নহয় যদিও পাৰ্য্যমানে খলুৱা শব্দ প্ৰয়োগ কৰি ভাষা সহজ সৰল আৰু মনোগ্ৰাহী কৰিবলৈ যত্ন কৰা দেখা গৈছে।

সেই সময়ৰ আন এজন গদ্য লিখক লম্বোদৰ বৰা। বৰাই প্ৰথমতে 'আসাম বিলাসিনী', 'আসাম বন্ধু' আদিত প্ৰবন্ধ লিখি আগি

প্ৰকাশ কৰে। তেওঁ অসমীয়া আখৰ জোঁটনি সম্পৰ্কে কিছু সংখ্যক প্ৰবন্ধ জোনাকী কাকতত প্ৰকাশ কৰিছিল। সদানন্দৰ ‘কলা ঘুৰটি’ তেওঁৰ ব্যঙ্গ— হাস্যৰসৰ ৰচনা। হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ হাস্যৰসৰ ৰচনাই লম্বোদৰ বৰাক প্ৰভাৱান্বিত কৰিছিল। আনন্দৰাম বৰুৱাৰ জীৱন চৰিতৰ পাতনিত বৰাৰ শক্তিশালী গদ্যৰ আভাস পোৱা যায়। ‘সদানন্দৰ কলা ঘুৰটি’ৰ পৰা কিছু উদ্ধৃতি দি তেওঁৰ গদ্যৰ পৰিচয় পাব পাৰি।

“কেতিয়াবা কানি-টিকিবাৰ ছাট মাৰি ঘৰ গোটেইটো ধোঁৱাৰে ভৰাই দিছিলো, কেতিয়াবা টিকিবা এৰি পায়স, কুঁহিয়াৰ, গুৰ, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ পতাদিছিলো। কেতিয়াবা লগৰীয়া ভকতৰ লগতে নানা বিষয় মেল পাতিছিলো। আহ! কেনে সুখ, কেনে আনন্দ, কেনে সেই দুৰ্ল্লভ জীৱন? এনে সময়ত, এনে সুখৰ সময়ত কিয় আপুনি মোৰ কলমটীয়া টোপনিটো ভাঙি মোক দুখ সমুদ্ৰত ডুবাব ধৰিছে?”

ওপৰৰ উদ্ধৃতিটো পাতল হাস্যৰসপূৰ্ণ নহয়— সম্পূৰ্ণ বক্ৰোক্তিমূলক। হেমচন্দ্ৰ বৰুৱাৰ দৰে বেপি বেপি কাটি তাৰ মাজেৰেই হাঁহি ৰিবিভাৰ ইচ্ছা কৰিছে। ব্যঙ্গ লিখক হিচাপে তেওঁ কৃতকাৰ্য্যও হৈছে। অসমীয়া সাহিত্যৰ বুৰঞ্জীত বিশেষকৈ গদ্যসাহিত্যৰ শাখাত লম্বোদৰ বৰাই হেমচন্দ্ৰ গুণাভিৰামৰ দৰে কোনো যুগৰ সৃষ্টি কৰিব পৰা নাই যদিও তেওঁৰ লিখনিয়ে ভাষা সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে বুলি কব পাৰি।

আখৰ জোঁটনি বা বৰ্ণবিন্যাসৰ যেমেজালি গুচাবলৈ লম্বোদৰ বৰাই এনেধৰণে নিৰ্দ্দেশ দিছিল—“আখৰ যোঁটোৱাৰ মূলমন্ত্ৰ মানুহৰ মুখৰ মাত বা উচ্চাৰণ। তুমি আখৰবিলাক এনেভাৱে যোঁটোৱা যেন একজনে পঢ়িলে ঠিক আগৰ মাত বা উচ্চাৰণটো ওলায়। এই নিমিত্তে গৃহ শব্দৰ পৰা ওলাইছে বুলি ‘ঘৰ’ ‘গৰ’ নিলিখিবা।

আগৰ ডাঙৰ মানুহে যি লিখে তাৰ দোষ বিচাৰি নি সেইকামকে কৰা আমাৰ স্বভাৱ। তেওঁবিলাকে লেখা মতেই পাছৰ মানুহেও লেখে। এইদৰে কৈতিয়াবা কেতিয়াবা ভুলো চলতি হয়। ... এতিয়াও ই পথাৰৰ মুচা হৈয়েই আছে যাতে যি ইচ্ছা সেয়ে তেওঁৰ কণি অনুসৰি আথৰ যেঁটায় আৰু অলপ সুবিধা পালেই আনকো বলেবে সেই বাটেদি লৈ যায়।" গতিকে সাহিত্যচৰ্চ্চা কৰোতে আউললগা আখৰ জোঁটনি পৰিহাৰ কৰিবলৈ তেওঁ সকলোকে উপদেশ দিছে।

অকণোদই কালতে সাহিত্যিক জীৱন আৰম্ভ কৰি 'আসাম নিউজ', 'আসাম বন্ধু', 'জোনাকী', 'বাঁহী', 'উষা' আৰু 'আৱাহন' আদি আলোচনীৰ মাজেৰে সাহিত্য চৰ্চ্চা কৰা আৰু পদ্য-গদ্য উভয় সাহিত্যত বিশেষ আসন অধিকাৰ কৰা অন্য এজন লিখক হ'ল কমলাকান্ত ভট্টাচাৰ্য্য (১৮৫৪-১৯৩৬ খৃঃ লৈ) মৌলিক গ্ৰন্থ হিচাপে 'কঃ পন্থা' আৰু 'অষ্টবক্ৰৰ জীৱনী' এই দুখন গদ্য সাহিত্য তেওঁ লিখিছিল। তেওঁৰ দ্বিতীয়খন গ্ৰন্থ ছপাহৈ ওলোৱাৰ উদাহৰণ পোৱা নাযায়। বিভিন্ন আলোচনীত প্ৰকাশ হোৱা প্ৰবন্ধ সমূহে তেওঁৰ গদ্য ৰচনাৰ আভাস দিব পাৰে।

"জ্ঞানৰ আলোচনা যি জাতিৰ নাই সেই জাতিক পশু দুবুদ্ধি আৰু কি বুলিব পাৰি। জ্ঞানৰ পোহৰ যি জাতিত যিমান বেছি পৰিমাণে সোমোৱা দেখা গৈছে, সি ধৰ্মশিক্ষক গুৰুবিলাকৰ অনবৰত নিঃস্বাৰ্থ চেষ্টাৰ দ্বাৰাইহে। এইবাবে ধৰ্মউপদেশ দি ফুৰা প্ৰচাৰক বিলাকক জাতিৰ প্ৰদীপ বুলিব পাৰি। এই ধৰ্ম উপদেষ্টা গুৰু-বিলাকেই জাতীয় জীৱনৰ শিৰৰ মুকুট। এওঁবিলাক সাত্বিকভাবৰ মানুহ হব লাগে আৰু পণ্ডিত হব লাগে। জগতৰ স্বাৰ্থই এওঁলোকৰ নিজৰ স্বাৰ্থ আৰু আনৰ মঙ্গল সধাই এওঁলোকৰ জীৱনৰ উদ্দেশ্য।"

[ অসমৰ উন্নতি ]

ভট্টাচাৰ্য্যৰ লিখনিত সদায় দেশৰ মঙ্গল আৰু উন্নতিৰ আশা-বাদৰ বেঙণি আছে। ভাষাৰ সংযতা আৰু স্পষ্টতাই বিষয়বস্তুক

সহজ সৰল ভাবে প্ৰকাশ পাবলৈ বাট উলিয়াই দিছে। অৰুণোদইত প্ৰথম লিখনি আৰম্ভ কৰিলেও মিছনেৰি গদ্যৰ প্ৰভাৱে লিখকক প্ৰভাৱান্বিত কৰিব পৰা নাই। সম্পূৰ্ণ থলুৱা শব্দৰ প্ৰয়োগত অতি কম কথাৰে ইঙ্গিত বিষয়ৰ বহল ব্যাখ্যা দিবলৈ লিখক সমৰ্থ হৈছে। ডাঃ প্ৰফুল্ল কটকীয়ে ভট্টাচাৰ্যৰ গদ্যশৈলীক 'পৰিমিত শৈলী' ব্যাখ্যা দিছে। 'পৰিমিত কথাৰেই লিখকে তেওঁৰ বক্তব্য নিয়াৰিকৈ অথচ নাতিসংক্ষেপে ব্যক্ত কৰিছে।' লিখোতে তেওঁৰ বৰ্ণনা কাৰ্যত বিষয়-বস্তু আৰু ব্যৱহৃত ভাষাৰ মাজত সদায় এটা সম্বন্ধ ৰক্ষা কৰি আহিছে। 'গুটিদিয়েক চিন্তাৰ ঢৌ' আদিৰ দৰে প্ৰবন্ধৰ প্ৰকাশ ভঙ্গীৰ মাজত সোমাই আছে কমলাকান্তৰ দাৰ্শনিক তত্ত্বপূৰ্ণ ভাব সহজ, সৰল ভাষাৰ দ্বাৰা প্ৰকাশৰ পৰিচয়। তেওঁৰ গদ্যত মনকৰিব লগীয়া কথা হ'ল নিজস্ব মৌলিক চিন্তাৰে বিষয়বস্তুৰ গভীৰতা উপলব্ধি কৰি যিমান পাৰে সহজকৈ পাঠকৰ আগত দাঙি ধৰা।

সমসাময়িক কালৰ আন এজন সাৰ্থক কথা সাহিত্যিক সত্যনাথ বৰা (১৮৬০--১৯২৫)। সত্যনাথ বৰাক সমালোচকে অসমীয়া সাহিত্যৰ বেকন বুলি আখ্যা দিব খোজে। অতি কম শব্দ প্ৰয়োগ কৰি চুটি চুটি বাক্য লিখি ভাব প্ৰকাশ কৰাত সত্যনাথ বৰা পাৰ্গত লিখক। ইংৰাজী সাহিত্যৰ বিখ্যাত ৰচক বেকনৰ দৰে সত্যনাথ বৰাইও অতি কম কথাৰ মাজেৰে বহল অৰ্থ প্ৰকাশ কৰিব পৰা ক্ষমতা লাভ কৰিছিল। তেওঁৰ লিখনিৰ বৈশিষ্ট্য জানিবৰ বাবে লিখকৰ 'সাহিত্য-বিচাৰ'ৰ পৰা অংশ এটা লব পাৰো—"জ্ঞানীলোকৰ পক্ষে সাহিত্য জিৰণি লোৱা ঠাই। আন বিলাক মানুহৰ যেতিয়া গৃহকৰ্ম কৰি ভাগৰ লাগে তেতিয়া তেওঁলোকে গীত, বাজনা বা আন কোনো ক্ষণস্থায়ী সুখৰ আশ্ৰয় লয়। কিন্তু জ্ঞানীলোকৰ ভাগৰ লাগিলে সাহিত্য ৰূপবিলাক বনত সোমাই, তাৰ নানাবিধ শোভা চাই চাই ভাগৰ পাহৰে। এই পবিত্ৰ সুখ লভিবলৈ সকলোৱে যত্ন কৰা উচিত।"

পাশ্চাত্য প্ৰভাৱত যি সকল অসমীয়া সাহিত্যিকে গদ্যসাহিত্যৰ ওপৰত কলম চলাইছিল সেইসকলৰ বাবেও সত্যনাথ বৰাৰ লিখনি আদৰ্শস্বৰূপ আছিল। শৈশৱকাল গুৱাহাটীৰ পৰা ওলোৱা জোনাকী কাকতৰ কিছুদিন তেওঁ সম্পাদনাও কৰিছিল।

তলৰ উদ্ধৃতিটোৰ দ্বাৰা একেসময়ৰ অসমীয়া গদ্য সাহিত্যৰ শ্ৰেষ্ঠ লিখক বেজবৰুৱাৰ গদ্যশৈলীৰ লগত আন এজন বিখ্যাত গদ্য লিখক সত্যনাথ বৰাৰ গদ্যশৈলী তুলনা কৰি চাব পাৰি— 'বেজবৰুৱাৰ দৰে বৰাৰো এটা নিজস্ব ষ্টাইল আছে। বেজবৰুৱাৰ গদ্যধৰ্মী ৰোমাণ্টিক বৰাৰ ক্লাছিকেল। বেজবৰুৱা উৎসাহ উদ্দীপনাৰে ভৰা বৰা সংযত স্থিৰ। তেওঁৰ চিন্তাকলি আৰু 'সাৰথি' গহীন প্ৰবন্ধৰ পুথি। ইয়াৰ উপৰিও তেওঁৰ ব্যঙ্গ পুথি কেন্দ্ৰসভা বিজ্ঞানৰ পুথি আকাশ ৰহস্য সাহিত্য আলোচনাৰ পুথি সাহিত্য বিচাৰ আৰু ভাষাতত্ব বিষয়ক পুথি বহুল ব্যাকৰণ মূল্যবান গ্ৰন্থ। তেওঁৰ পুথিত গহীন বিষয়ৰ সৰল আলোচনা পোৱা যায়। তেওঁৰ দৃষ্টিভঙ্গী বৈজ্ঞানীক ভাষা নিভাজ অসমীয়া শব্দ গাঁথনি অতিকে আটিল। " " বৰা আধুনিক যুগৰ ডাকপুৰুষ অসাৰ বেকন।

[ আধুনিক অসমীয়া গদ্যসাহিত্যৰ ধাৰা কমলেশ্বৰ শৰ্মা ]



# জোনাকী যুগৰ অসমীয়া গদ্য

## [ খৃঃ ১৮৮৯ পৰা ১৯৪০ লৈ ]

অসমীয়া সাহিত্যৰ বাবে, অসমৰ উত্তৰ পুৰুষ সকলৰ বাবে মিছনেৰি সকলে আবাদ কৰি থোৱা মাটিত হেমচন্দ্ৰ বৰুৱা গুণাভিৰাম বৰুৱাই শকত ভেটি স্থাপন কৰিলে। এই ভেটিত সাহিত্য মন্দিৰ সজা দায়িত্ব পৰিল পৰৱৰ্ত্তী কালৰ অসমীয়া ডেকাসকলৰ ওপৰত। সেই সময়ত কিছু সংখ্যক অসমীয়া ডেকাৰ উচ্চশিক্ষাৰ স্থান আছিল কলিকতা। এই ডেকাদলৰ ভিতৰত অগ্ৰণি আছিল লক্ষীনাথ বেজ-বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ বৰুৱা, সত্যনাথ বৰা, কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতী, ঘনশ্যাম বৰুৱা গুণানন্দ বৰুৱা, শিৱৰাম শৰ্মা, ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰা, যজ্ঞেশ্বৰ নেওগ, বেণুধৰ ৰাজখোৱা, বিষ্ণুপ্ৰসাদ আগৰৱালা, আনন্দ চন্দ্ৰ আগৰ-ৱালা, উপেন্দ্ৰনাথ শৰ্মা, কমল চন্দ্ৰ শৰ্মা আৰু কৃষ্ণপ্ৰসাদ দুৱৰা আদি ব্যক্তিসকল জোনাকীৰ নতুন চাম লিখকৰ ভিতৰত আছিল বেজবৰুৱা প্ৰমুখ্যে চন্দ্ৰধৰ বৰুৱা, শৰৎ গোস্বামী, দুৰ্গেশ্বৰ শৰ্মা, সোণাৰাম চৌধুৰী, মাটিৰাম দাস, ৰঘুনাথ চৌধুৰী আৰু দুৰ্গানাথ বৰুৱা আদি।

সেই সময়চোৱাত পাশ্চাত্যৰ প্ৰভাৱত বঙ্গীয় সাহিত্যৰ জয় জয়-ময় ময় অৱস্থা। আনহাতে অসমীয়া সাহিত্যৰ অতি দুখলগা অৱস্থা। সেয়ে অসমীয়া সাহিত্যৰ এই দীনতা কিছু আঁতৰাবলৈ তাত থকা ছাত্ৰসকলে “অসমীয়া সাহিত্য চ'ৰা” ( Assamese Literary Society ) স্থাপন কৰিলে। ইয়াৰ প্ৰভাৱ কিছুদিনৰ ভিতৰতে কমি যোৱাত “অসমীয়া ভাষাৰ উন্নতি সাধনী সভা” ( অঃ ভাঃ উঃ সাঃ ) নামেৰে সাহিত্য চ'ৰা আৰম্ভ কৰিলে (১৮৮৮ চন )

সভাৰ মুখপত্ৰ হিচাপে জন্মলাভ কৰিলে 'জোনাকী' (১৮৮৯ চন) ইয়াত আগভাগ ললে লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী আৰু চন্দ্ৰকুমাৰ আগৰৱালাই। 'জোনাকী'ৰ প্ৰথম সম্পাদক হ'ল চন্দ্ৰকুমাৰ আগৰৱালা। সম্পাদকৰ কলম হাতত লৈয়ে আগৰৱালাই ভয় কৰিছিল "অসমীয়া কাকতৰ জীৱন কচুপাতৰ পানীৰ দৰে।" কিন্তু এই আশঙ্কা দূৰ কৰি 'জোনাকী'ৰ জোৎস্নাই গোটেই অসম পোহৰাই পেলোৱাৰ আনন্দত বেণুধৰ শৰ্মাই লিখিছিল— "উপচিপৰা আনন্দ আৰু মচিব নোৱাৰা কৃতজ্ঞতাৰে স্বীকাৰ কৰিবই লাগিব যে জোনাকীৰ জোনাকে অসমীয়া সাহিত্যৰ বুৰঞ্জীত যুগান্তৰ আনিলে- 'জোনাকী' সবিতাৰ পোহৰত অসমীয়া জাতি আকৌ ঠন ধৰি উঠিল।"

'জোনাকী'ৰ প্ৰধান ত্ৰিমূৰ্ত্তিত বাহিৰেও যিসকল অসমীয়া লিখকে কাকতখনক দেহে, মনে ভাল পাইছিল সেই সকলৰ যত্নত উমৈহতীয়া বুদ্ধি পৰামৰ্শত অসমীয়া ভাষাই নিজৰ হেৰোৱা সম্মান ঘূৰাই পালে। বেণুধৰ শৰ্মাই লিখিছে— "অঃ ভা. উঃ সাঃ সভাৰ উদ্দেশ্য সিদ্ধি কৰিযেই 'জোনাকী' ক্ষান্ত হৈ নাথাকিল, প্ৰাচ্য-প্ৰতীচ্যৰ মাজত তেলপানী হৈ থকা চিন্তাৰাশি গাখীৰ-পানী যেন কৰি অসমীয়া ভাষাৰে সেইবোৰ বিলাই দি সকলোকে চকু-গজা কৰিলে।"

উনবিংশ শতিকাৰ শেষৰফালে পাশ্চাত্যৰ আদৰ্শ আৰু বঙ্গীয় সাহিত্যৰ প্ৰভাৱত অসমীয়া সাহিত্যইও গতি সলাইছিল। সাহিত্যৰ সকলো দিশতে, বিশেষকৈ গদ্য সাহিত্যত এটা সুসংহত বাক্য গঠনৰ ৰীতি, উপন্যাস, চুটি গল্প, সমালোচনামূলক প্ৰবন্ধ, বাস্তৱধৰ্মী নাট আদি লিখাৰ যি নতুন ভাষাগত কৌশল অসমীয়া সাহিত্যলৈ আমদানি হ'ল তাৰ বাবেও 'জোনাকী'য়ে গৌৰব অনুভব কৰাৰ যথেষ্ট কাৰণ আছে। বেণুধৰ শৰ্মাই 'বুৰঞ্জীৰ সঁফুৰা'ত লিখিছে— "কথা বা গদ্য সাহিত্যত কবিতাতকৈ বহুগুণে পৰিষ্কাৰ আৰু স্থায়ীকৈ জাতীয় চৰিত্ৰ ফুটাই তুলিব পাৰি। পাশ্চাত্য সভ্যতাৰ লগত হাট বাট হোৱাৰ ফল স্বৰূপে জোনাকী যুগীয়া সাহিত্যিকসকলৰ মাজত

যি নৱজাগৰণৰ প্ৰেৰণা সোমাল সিয়ে 'জোনাকী'ৰ পাতত থিতু দি সদৌ অসমৰ চিৰদিন'ল ভাঙি দিলে। সেই প্ৰেৰণাঘাতিকে প্ৰকাশ পাইছিল গদ্যৰ মাজত। কাৰণ আমি যি কওঁ, যি ভাবো, যি আচৰণ কৰো এই আটাইবোৰ গদ্যৰ ভাষাৰেহে ফটফটীয়াকৈ দেখুৱাব পাৰি। সঙ্গীতৰ সুৰসঙ্গ, নাট উপন্যাসৰ চৰিত্ৰ, সাধুকথা কোৱাৰ ঠাচ, বুৰঞ্জীৰ কালিকা, সমালোচনাৰ পাগ মাৰি, দৰ্শন বিজ্ঞানৰ জঁত কুট– এই আটাইবোৰৰ পূৰ্ণ প্ৰকাশ ক্ষুণ্ণ হৈ থাকিব, যদি আমি গদ্য সাহিত্যৰ সহায়েৰে সেইবোৰ যঁহিয়াই, বহলাই মেলি নিদিওঁ। আনকি শিল্পী-যেও তেওঁৰ কল্পিত প্ৰতিকৃতিটোত দৰ্শক বা ভাবুকৰ মনোগ্ৰাহী বা হৃদয়গ্ৰাহী কৰিব খুজিলে গদ্য ভাষাৰ আশ্ৰয় নোলোৱাকৈ নোৱাৰে।"

প্ৰাচ্য আৰু বঙ্গীয় সাহিত্যৰ আদৰ্শ আৰু অনুপ্ৰেৰণাত ৰোমাণ্টিক ভাবধাৰাৰে সমৃদ্ধ এই 'জোনাকী'ৰ গদ্যই অসমীয়া সাহিত্যৰ বুৰঞ্জীত এক নতুন উদ্দিপনা এক নৱজাগৰণৰ সৃষ্টি কৰিছিল। "উচ্চাৰণ অনুসৰি ব্যৱহাৰ হোৱা 'অৰুণোদই'ৰ গদ্য আছিল জ্ঞানৰ পোহৰ বিচৰা চালুকীয় ভাষা। 'আসাম নিউচ' আৰু 'আসাম-বন্ধু'ৰ ভাষা আছিল হেমচন্দ্ৰ-গুণাভিৰামৰ নিজা আখৰ জোটনি মতে সম্পন্ন হোৱা। "জোনাকী'য়ে এই দুয়োটা মিলাই সকলোৱে গ্ৰহণ কৰিব পৰা ভাষাৰ গঢ় এটা দিলে। জোনাকীৰ ভাষা, ভাষাৰ ঠাচ, বৰ্ণবিন্যাস এফালে যেনেকৈ শক্তিশালী, সুৱদি, সুৰুচীয়া সুস্কীয়া অৰ্থ-বোধক আৰু সৰ্ব্বজন সন্মত, আনফালে তেনেকৈ তাৰ প্ৰত্যেক শাৰী বাকাই অসমীয়া চিন্তাধাৰাৰ একো একোটা স্মৃতি। প্ৰত্যেকটো শব্দ, উপমা অলঙ্কাৰে আকৌ জাতীয় সংস্কৃতি সভ্যতাৰ একোটা মহাভাৰত কয়। আখৰ জোটনিও এনে নিখুঁটভাৱে কৰা হৈছিল যে হেমকোষ ৰচোতা হেমচন্দ্ৰ বৰুৱাযো বৰ আঁসোৱাহ উলিয়াব নোৱাৰিছিল।"

[ বুৰঞ্জী সঁফুৰা : বেণুধৰ শৰ্মা ]

অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত 'জোনাকী যুগ' এক স্বৰ্ণ যুগ। পাশ্চাত্য আৰু বঙ্গীয় সাহিত্যৰ অনুপ্ৰেৰণাত কবিতাত যেনেধৰণে এক যুগজয়ী ইতিহাস ৰচনা হৈছিল গদ্য সাহিত্যতো তেনেধৰণে সমালোচনামূলক প্ৰবন্ধ, চুটিগল্প, উপন্যাস, আধুনিক নাটক, ৰসৰচনা, গধুৰ দাৰ্শনিক আলোচনা আদিৰো জন্ম হৈছিল। জোনাকীক কেন্দ্ৰ কৰিয়েই পিচৰচোৱা কালত 'বিজুলী', 'উষা', 'আৱাহন', 'বাঁহী' আদি আলোচনীৰ জন্ম হয়, যাৰ মাজেদি ইংৰাজী সাহিত্যৰ বিখ্যাত লিখক স্নুইফট, এডিচন, পপ, ফিল্ডিং, বেকন আদিৰ গদ্যশৈলীয়ে অসমীয়া সাহিত্যত বিশেষকৈ ধেমেলীয়া সাহিত্যত স্থান লয়। এক কথাত কবলৈ গলে 'জোনাকী'যে অসমীয়া সাহিত্য জগতলৈ এক নবজাগ্ৰত চেতনা কঢ়িয়াই আনিছিল।

সপ্তম বছৰলৈ কলিকতাত 'জোনাকী' চলি থাকি আকৌ গুৱাহাটীৰ পৰা তিনিবছৰ চলি বন্ধ হৈ গ'ল। 'জোনাকী' বন্ধ হ'ল হয় কিন্তু "উপচি পৰা আনন্দ আৰু মচিব নোৱাৰা কৃতজ্ঞতাৰে স্বীকাৰ কৰিবই লাগিব যে জোনাকীৰ জোনাকে অসমীয়া ভাষাৰ বুৰঞ্জীত যুগান্তৰ আনিলে। 'জোনাকী' সবিতাৰ পোহৰত অসমীয়া ভাষা, অসমীয়া জাতি আকৌ ঠন ধৰি উঠিল। চমুকৈ কবলৈ হ'লে 'জোনাকী' কাকতখনে চক্ৰবেহু পাতি তাৰ আলম লৈ কলিকতা অঃ ভাঃ উঃ সাঃ সভাৰ প্ৰবসুৱা সভ্যসকলে শৰাইঘটীয়া বিক্ৰমেৰে যুজি অসমীয়া ভাষাটোক গজগজীয়া ক'ৰলে আৰু কবিতা, নাট, উপন্যাস সমালোচনা, শুদ্ধ বৰ্ণবিন্যাস, ৰসাল খুহুটীয়া ৰচনা, জ্ঞানগৰ্ভ প্ৰেৰণামূলক প্ৰবন্ধ-পাতিৰে ভাষাটোক হৃষ্টপুষ্ট কৰি আন আন ভাৰতীয় ভাষাৰে সৈতে ফেৰ মাৰি, চন্দুৱা নপৰাকৈ নিৰ্ভয়ে, নিসঙ্কোচে গিৰিপ গিৰিপকৈ চামে চামে আগুৱাই যাব পৰা কৰিলে।"

[ বুৰঞ্জী সঁফুৰা : বেণুধৰ শৰ্মা ]

জোনাকীত আত্মপ্ৰকাশ কৰি অসমীয়া গদ্যসাহিত্যলৈ নতুন নতুন ধ্যান-ধাৰণাৰে, নতুন নতুন সাহিত্যিক বৈশিষ্ট্যতাৰে লিখনি

আগবঢ়োৱা সাহিত্যিক সকলৰ গদ্যশৈলী আলোচনা কৰি চাওঁ। 'জোনাকী'ৰ লিখকসকলৰ ভিতৰত সাহিত্যৰথী বেজবৰুৱা সৰ্ব্বশ্ৰেষ্ঠ। সাহিত্যৰ সকলো বিভাগতে তেওঁৰ অৱদান স্বীকাৰ কৰি বহুতে এই যুগটোক 'বেজবৰুৱা যুগ' বুলি কব খোজে। বেজবৰুৱাৰ কলমৰ পৰা ওলোৱা বিভিন্ন গদ্য ৰচনাবোৰ হ'ল—

ৰস-ৰচনা—বেজবৰুৱাৰ ৰস-ৰচনাবোৰৰ সংগ্ৰহ হল (ক) কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, (খ) কৃপাবৰ বৰুৱাৰ ওভতনি, (গ) কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি আৰু (ঘ) বৰবৰুৱাৰ বুলনি।

গল্প—তেওঁৰ গল্পপুথি কেইখন হ'ল (ক) সুৰভি, (খ) সাধুকথাৰ কুঁকি, (গ) জোনবিৰি আৰু (ঘ) কেহোকলি।

সাধুকথা—তেওঁৰ সাধুকথাৰ পুথি হ'ল (ক) বুঢ়ী আইৰ সাধু, (খ) ককাদেউতা আৰু নাতিলৰা, (গ) জুনুকা, (ঘ) বাখৰ।

উপন্যাস—এওঁৰ উপন্যাস একমাত্ৰ পদুম কুঁৱৰী।

নাটক—তেওঁৰ নাটকসমূহ হল (ক) চক্ৰধ্বজ সিংহ, (খ জয়মতী কুঁৱৰী আৰু (গ) বেলিমাৰ।

ধেমেলীয়া নাটক—ধেমেলীয়া নাটকবোৰ হল— ক) লিতিকাই (খ) নোমল, (গ) পাঁচনি আৰু (ঘ) চিকৰপতি-নিকৰপতি।

জীৱনী—তেওঁৰ জীৱনী পুথি (ক) শঙ্কৰদেৱ, (খ) ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱনী আৰু গ) শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ।

আত্ম জীৱনী প্ৰথমে "বাঁহী"ত খণ্ড-খণ্ডকৈ ওলোৱা আত্ম-জীৱনীমূলক ৰচনাখনি ১৯৬১ চনত "মোৰ জীৱন সোঁৱৰণ" নামত প্ৰকাশ হৈছে।

চিন্তাশীল ৰচনা—তেওঁৰ চিন্তাশীল ৰচনাৰ ভিতৰত ক) ভগৱৎ কথা, খ) কৃষ্ণকথা, গ) ১৯২৪ চনৰ অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ আৰু (ঘ) তত্ত্বকথা।

বৈষয়িক গদ্য—এই গদ্যৰ শাৰীত 'কামত কৃতিত্ব লভিবৰ সঙ্কেত', "কাহুঁদী-খাৱলি", "ভাৰতবৰ্ষৰ বুৰঞ্জী", অন্যান্য প্ৰবন্ধ আৰু সম্পাদকীয়বোৰ পৰে।

জোনাকীৰ পাতত 'লিতিকাই' প্ৰকাশ কৰিয়েই তেওঁ সাহিত্যিক জীৱন আৰম্ভ কৰে। বেজবৰুৱাৰ প্ৰথম লিখনি 'লিতিকাই'ৰ গদ্যৰ স্বৰূপ এনেধৰণৰ — "মই এইসোপা কথা টং কৰিছে তেতিয়াই কৈছিলো বোলো বোপাই। তই মৰিব খুজিছ হয়, কিন্তু মোৰ হলে এনে কথাত সমুলি মত নাই। তহঁতে আকৌ মোক কোৱাত হুকা-বধা কৰ। "বোপায়ে বেয়া পাব হাক নিদিবি। মৰিব খুজিছে মৰক।" বোপায়ে বেয়া পালে আমাৰ এক বেলিয়েই কাঁহিপাতে গা কাটি গ'ল। কিয় তেতিয়াই যদি তহঁতে গাইপতি মই কোৱা দি টানি কলিহেতেন তেনেহলে কেনেকৈ বোপায়ে পুলুকা মাৰে চালোহেতেন। কেৱলে কেৱলে তহঁতৰ ঢেকীঠুৰীয়া বুধিৰ বাবেই আমাক কাউৰী-কুকুৰেও নোখোৱাত পৰিছ।"

তেওঁৰ একে পৰ্য্যায়ৰে ৰচনা "কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা।" ছয়োখনতে পাতল বং লগোৱা কথাৰ অৱতাৰণা কৰা হৈছে। অসমীয়া সমাজৰ সামূহিক তথা ব্যক্তিগত দোষবোৰ খুচৰি মৃদুভাৱে জোকাৰি দিছে আৰু লগতে সংশোধনৰ আশা কৰিছে—

"সৰশেষত কও, বোপাইহঁত। মই ভাইটিহঁত বুলি মাতিছো। দে এইবাৰলৈ মোক ৰৰৰকৰা হবলৈ এৰি। বাটত আগভেটা নকৰিবিহঁক। কতই এনেই কত কি ফুকন, বৰুৱা, শইকীয়া, ৰৰৰৰা ঢেকীঠোৰা হৈ হৈ গৈছে, দুখীয়া কৃপাবৰে যদি তহঁতৰ কৃপাবৰ পাই ৰৰৰকৰা হৈ যায়, তেনেহলে সি তহঁতৰহে গুণ গাব কুটুম।"

[ কাকতৰ টোপোলা ]

ওপৰত উল্লেখ কৰা দুয়োটা খণ্ডতেই হাঁহি হাঁহি হুহুৱাৰ পৰা কৌশলী নীতি আছে, কিন্তু উৎকট বিযোদগাৰ নাই। বেজবৰুৱাই বিশ্বাস কৰিছিল শতিকাজুৰি পৰাধীনতাৰ গ্লানিয়ে গেলা কৰি পেলোৱা চৰিত্ৰ একেদিনতে সংশোধন কৰি নিকা কৰিব নোৱাৰি। সেইবাবেই তেওঁৰ ৰচনাত জেঠমাহৰ সূৰ্য্যৰ দহি নিব পৰা প্ৰখৰতাৰ ঠাইত আঘোনৰ সূৰ্য্যৰ মিঠা আমেজ পোৱা যায়। কৃপাবৰি সাহিত্য অসমীয়া জাতীয় চেতনাৰ উদ্দীপক সঙ্গীত বুলি কব পাৰি।

মিছা উপাধি এটা লৈ নিজকে প্ৰৱঞ্চনা কৰি সমাজত বৰ মানুহ বোলোৱা কিছুমান উপাধী খকুৱাক বেজবৰুৱাই এনেধৰণে উপহাস কৰিছে হওতে ধমত চা ই। গল্পে মোৰ বৰবৰুৱা হবৰ যোগ্য আছে হক আছে। বৰ শব্দটো মোৰ নামৰ ভিতৰত আছে লোকক হাত পাতিব নলগাকৈয়ে। ঠাহতে লাহেকৈ কৃপা শব্দটোৰ গাৰ পৰা তাক পানী অকণমান দি কোমলাই একৰাই বৰুৱা শব্দটোৰ গাত লগাই দিলেই লেঠা চিগিল। আজিকালি কত শই শই ন বৰুৱা ফুকন াবত গজি মোক চা মোক চাকৈ পেম ধৰি ওলাইছে তাৰ লেখ জোখ নাই। তাত খামতি স্বৰ্গদেৱৰ দিনৰে পৰা সিৰ ফুটা কৃপাবৰ বৰুৱাহে কিবা বোলেনে বৰবৰুৱা হৈ ওলাব নোৱাৰে? কোম্পানীৰ বহাগ মহায়া বৰষুণ পৰি শাকতলীয়ে মাহতুলীয়ে পিৰালীয়ে চোতালে য ত য ত বৰুৱা ফুকনৰ গুটি পৰি আছিল সেইবোৰ ভৰ ভৰকৈ গজি উঠিল। য ত গুটি নাছিল তাতো বিধাতাৰ চছাত গজিল। সদানন্দ বৰুবাৰ জীযেকৰ নাতি নী যকৰ মোমায়েক টিপাৰাম শৰ্মা তস্যপুত্ৰ নালীযা শৰ্মাই স্কুলত পঢি কেছাৰীত কাম এটা লৈয়েই নাম চহী কৰে—শ্ৰীনকুলেশ্বৰ বৰুৱা।

[ কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা ]

কাকতৰ টোপোলা ওভতনি আৰু ভাবৰ বুৰবুৰণি আদিৰ প্ৰবন্ধসমূহ পাশ্চাত্যৰ প্ৰভাৱত জন্ম পোৱা ব্যক্তিনিষ্ঠ মননাধৰ্মী ৰচনা। এই গদ্যবোৰৰ গুৰিতে আছে হাস্যৰসৰ মাজেদি জ্ঞানবৰ্দ্ধন কৰা। অধ্যাপক অতুল চন্দ্ৰ হাজৰীকাই কবৰ দৰে অতিশয় পুৰণি বা অতি পৰিচিত বিষযক এই শ্ৰেণীৰ প্ৰবন্ধ লেখকে কল্পনা আৰু পৰ্য্যবেক্ষণ শক্তিৰ দ্বাৰা অসাধাৰণভাবে প্ৰকাশ কৰি প্ৰথম পৰিচয়ৰ আনন্দ শিহৰণ তোলে। ৰচনাৰ প্ৰকাশ ভঙ্গীয়েই এইবোৰ ৰচনাৰ প্ৰধান কথা।

বেজবৰুৱাৰ ৰচনাই প্ৰায়েই বিষয়ৰ পৰা বিষয়ান্তলৈ জঁপিয়াই ফুৰিছিল। এটা বিষয়ৰ বৰ্ণনা দিবলৈ গৈ হঠাতে অন্য এটা বিষয়

আৰম্ভ কৰি দিয়া বেজবৰুৱাৰ গদ্যৰ এক বিশেষ লক্ষণ। 'অসমীয়া জীৱনৰ লগত পৰিচয় নথকা মানুহে অসমীয়া ভাষা 'শিকি' ললেও 'বেজবৰুৱাৰ' ভাষা সহজাতে বুজি নাপায়।'

বেজবৰুৱাৰ হাস্যৰস প্ৰধান ৰচনাবোৰৰ সাহিত্যিক প্ৰমূল্য সম্পৰ্কে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে— "এটা বিষয়ত বেজবৰুৱা অদ্বিতীয় হৈ আছে আৰু সম্ভৱতঃ থাকিবও সেয়া হৈছে তেওঁৰ ব্যঙ্গ আৰু খুহুনীয়া সাহিত্য। দৰাচলতে বেজবৰুৱাৰ প্ৰতিভা কিছুদূৰ সৃষ্টিধৰ্মী হলেও প্ৰধানকৈ আবিষ্কাৰ ধৰ্মীহে। আবিষ্কাৰৰ বাবে প্ৰয়োজন পৰ্যবেক্ষণ শক্তি আৰু বিশ্লেষণী ক্ষমতা। সৃষ্টিৰ কাৰণে লাগে কল্পনা শক্তি। য'ত সৃজনী প্ৰতিভাৰ বেছি প্ৰয়োজন তাত বেজবৰুৱাই বৰ বেছি সফলতা লাভ কৰিব পৰা নাই। কিন্তু য'ত পৰ্য্যবেক্ষণ শক্তি আৰু বিশ্লেষণী ক্ষমতাৰ দৰকাৰ তেনে ঠাইত বেজবৰুৱাই বিস্ময়কৰৰূপে সফলতা লাভ কৰিছে।"

বেজবৰুৱাৰ শব্দৰ ভঁৰালটো ইমান ডাঙৰ যে একোটা ভাব বুজাবলৈ তেওঁ বহু শব্দ, বহু যোজনা, বহু পটন্তৰ ব্যৱহাৰ কৰিব পৰা শক্তি আছে। অসমীয়া ভাষা সাহিত্যক উপলুঙা কৰা সকলক কৃপাবৰী ৰচনাৰ জৰিয়তে বেজবৰুৱাই কম নগুৰ নাগতি কৰা নাছিল। তেওঁ এঠাইত লিখিছিল শ্ৰীযুত যোগেশ চন্দ্ৰ ৰায় নামে বঙালী বাবু এজনে 'প্ৰবাসী' নামে মাহেকীয়া কাকত এখনত "আসামী ভাষা" নামে দুটা প্ৰবন্ধ লিখিছে। তেতিয়া তেওঁ অসমীয়া ভাষা আৰু অসমৰ বিষয়ে একেবাৰেই এৱা আছিল। কিন্তু এই একো নজনা জ্ঞানেৰেই তেওঁ 'মৃন্ময়ী'ত এটা প্ৰতিবাদ লিখিলে। (বেজবৰুৱাৰ 'মৃন্ময়ী' কাকতত অসমীয়াত লিখা প্ৰবন্ধৰ প্ৰতিবাদ) বিদ্যানিধি মহাশয়ৰ প্ৰবন্ধ দুটা বহলাইকৈ আলোচনা কৰিবলৈ থাকৰ সকাম নাই, কাৰণ সাধু ভাষাত তাৰ নাম চৰ্বিতচৰ্বণ। আমি কওঁ, পুৰণি কামৰূপ অসমৰ যিবোৰ পথি আছে অৰ্থাৎ ডাকৰ পুথিৰ পৰা আৰম্ভ কৰি অনন্ত কন্দলি, সঞ্জয় কবিচন্দ্ৰ, গোসাঁই আদি যত

যি আছে সোপাকে তেওঁলোকৰ বঙলা ভাষাৰ ভিতৰত ভৰাই যাওক, এখন বঙ্গীয় পৰিষদ পত্রিকাৰ পাত কিয়, কুবিখন ম্যনেও আঁটিব বুলি আমাৰ বিশ্বাস নহয়।" [ ধনঞ্জয় চিকুট ]

আকৌ অন্য এঠাইত লিখিছে— "যোগেশ বাবুৱে কয় – "আসামী ভাষাৰ বুৰঞ্জী লইয়া আসামী অবশ্য গর্ব কৰিতে পাৰে। এই বুৰঞ্জী যেমন বাংলাৰ অসংখ্য কুলজী তেমন।" তাৰ উত্তৰত বেজবৰুৱাই লিখিছে—"কেনেকৈ লিখকে আমাৰ মুৰ মাৰিলে দেখিলা? নাজানা যদি শিকি লোৱা যে বুৰঞ্জী (ইতিহাস History) আৰু কুলপঞ্জী একেই আৰু বঙালীৰ কুলজী অসমীয়াৰ বুৰঞ্জীৰ কত আগৰ। আমি তেওঁৰ কথাতে ঢোকা দি কও যে বঙালীৰ ঠিকুজী (সৌৰবণী) যে তাৰ আগেযেও বিদ্যানিধি মগাশয়ে কৰলৈ পাহৰিলে! কি বেজাইৰ কথা।"

"কৃপাবৰী সাহিত্যই মেলি দিয়া অসমীয়া ভাষাৰ বিপুল সম্ভাৱৰ আগত অসমীয়া ভাষাৰ সাত-শতৰুৱেও হাৰ মানিছে। ইয়াত চিত্ত বিনোদনী হাঁহি আছে, কুষাৰি ভৰা বিদ্রোপ নাই। ভাষাৰ তীব্রতা আছে, অপকাৰিতা নাই। কৃপাবৰৰ সাহিত্য অসমীয়া জাতিৰ নিমিত্তে এখন নিদানো।"

বেজবৰুৱাই বুকু ডাঠি কৈছিল—"সংস্কৃত শব্দ আমি আমাৰ ভাষাত ব্যৱহাৰ কৰিবই লাগিব আৰু কৰিম। বঙালীয়ে সেই শব্দ ব্যৱহাৰ কৰিছে বুলি যে সেই শব্দ বঙলা হৈ চুৱা হ'ল এনে নহয। সেইবোৰ আমাৰ উমৈহতীয়া সম্পত্তি। অৱশ্যে সেইবোৰ উবাজুৰাকৈ বুজি-বাজি ব্যৱহাৰ কৰিব লাগিব।"

বেজবৰুৱাৰ সময়ত আধুনিক অসমীয়া গদ্যৰ পুৰঠ কাল। ইয়াৰ বাবে কৃতিত্বৰ দাবী কৰিব পাৰে বেজবৰুৱাই। বেজবৰুৱাৰ প্রভাৱশীল ব্যক্তিত্বই সমসাময়িক কালৰ সাহিত্য তথা সমাজ জীৱনৰ ওপৰত এনেভাৱে প্রভাৱ পেলাব পাৰিছিল যে তেওঁ দেখুৱাই থৈ যোৱা গদ্যৰ শৈলী এটাই অসমীয়া সাহিত্যৰ বুৰঞ্জীত নিগাজি হিচাপে

স্থান লৈছিল আৰু তাক ওফৰাবলৈ কোনোৱে সাহস কৰা নাছিল। তেওঁৰ আধুনিক গদ্যৰ ব্যৱহাৰৰ নমুনা এনেধৰণে দিব পাৰি—

"মোৰ মনত আছে, এদিন দুৰ্গেশ্বৰ শৰ্মাদেৱক সুধিছিলো- 'দুৰ্গেশ্বৰ ককাইদেউ এই হেণ্ডুল-হাইণ্ডালবোৰ ক'ত পোৱা যায়?' তেতিয়া বেলি পৰিছে, পশ্চিমৰ আকাশ বিচিত্ৰ ৰঙেৰে চিত্ৰিত হৈ উঠিছে। তেওঁ ততালিকে সেইফালে আঙুলিয়াই দেখুৱাই কলে, 'এইবোৰ মই সৌ তাৰপৰা আনিছো।' মই সুধিলো, আমিও আনিব নোৱাৰো নে? তেওঁ উত্তৰ দিলে, 'তহঁতে নোৱাৰ। গোসাঁনী পূজাৰ সময়ত মই আকাশী দেৱতাক খুজি আনো, মোকহে দিয়ে।' মই মিনতিকৈ কলো, ককাইদেউ, মোকো চপৰা চেৰেক আনি দিযক। তেওঁ কলে 'বাৰু দিম'। ইযাৰ পিছত মই তেওঁৰ সেই প্ৰতিশ্ৰুতি তেওঁক সোঁৱৰাই দিবলৈ অনেক দিনলৈকে নাপাহৰিছিলো। কিন্তু তেওঁ দিম দিমকৈ গা এৰা দিলে দেখি মই হতাশ হৈ আৰু খুজিবলৈ এৰি দিলোঁ।" [ মোৰ জীৱন সোঁৱৰণ ]

উদ্ধৃত অংশটোৰ ভাষা অত্যন্ত সাবলীল, স্বতঃস্ফূৰ্ত আৰু পৰিশীলিত। সৰু লৰাৰ অনুসন্ধিৎসু মনৰ আবেদন আছে। লগতে ভাষাৰ গাম্ভীৰ্য্যতাও লঘু হোৱা নাই। থলুৱা শব্দৰ ভঁৰাল তেওঁ ইমান শকত যে শব্দ বিচাৰি তৎসম বা আন বিদেশী শব্দৰ ওচৰলৈ নগলেও হয়। সকলোৱে সহজতে বিচাৰি পোৱা চিনাকী শব্দহে তেওঁ ব্যবহাৰ কৰিছিল।

"যিটি লৰাৰ হাতত চিঠি দি আপোনাৰ মিতিৰৰ ঘৰলৈ পঠাইছিল আৰু যি চিঠিত আপুনি আপোনাৰ খুলশালীযেক মাণিকীক সেই লৰাটিলৈ বিয়া দিবলৈ দঢ়াই-দঢ়াই শপত-শাঁতি দি লেখিছিল যে সেই লৰাটিযেই এতিয়া বিধিমতে বিয়া কৰাই মাণিকী আইটিক লৈ আহিছে। হলনে এতিয়া? বুজিলেনে? [ লিতিকাই ]

প্ৰতি ভাষাৰে নিজৰ নিজৰ একোটা কথন ভঙ্গী আছে। বেজবৰুৱাই তেওঁৰ লিখনিত সেই কথন ভঙ্গী ৰক্ষা কৰিছে যেনে—

বোলো, দেওহে, দিয়া, এপোন, এ, হে আদি ধ্বনিৰ দ্বাৰা বাক্যবোৰ নিজ গঢ়িয়া কৰিছে। প্ৰবাদ, যতুৱাঠাচ আদিয়ে জাতিৰ ভাষা সাহিত্যৰ ইতিহাস কয়। জাতীয় জীৱনৰ ভাষা-সাহিত্যৰ একেবাৰে নিভৃততম কোণত সোমাই থকা মাণিক এই শব্দবোৰৰ বুটলি আনে। যেনে "লালুকীলৈ আৰু তপত পানী লাগিছে"। "বোলে আইৰ ঘৰলৈ যাম দুয়ো হাতে খাম।" "আইৰো যাত্রা গঙ্গাৰো বাৰ্ত্তা।" ইত্যাদি

ৰসাল, পাতল বিষয়বস্তু বা গম্ভীৰ তত্ত্বমূলক বিষয়বস্তু লিখিবৰ সময়তো বেজবৰুৱাই কেৱল বাক্যৰ সমষ্টিকেই গদ্য হিচাপে লোৱা নাই। পৰিপাটি হিচাপে বাক্যত বহুৱাই সুসংবদ্ধভাৱে অনুচ্ছেদ তৈয়াৰ কৰিছে। তেওঁৰ অনুচ্ছেদবোৰ একোটা একোটা সুসংহত বাক্যৰ সমষ্টি—"চোৱাচোন শঙ্কৰদেৱৰ কি ন্যায়নিষ্ঠ স্বৰ্থ ত্যাগ আৰু স্বধৰ্মত ৰতি। তেওঁ শিৰোমণি ভূঞা, ৰজাৰ নিচিনা তেওঁৰ ক্ষমতা, ঐশ্বৰ্য্য, দাস দাসী, সম্পদেৰে তেওঁ পৰিবৃত। তেওঁৰ কিহৰ অভাৱ আছিল যে এনে সুখ সম্পদৰ সম্ভ্ৰম জীৱন তেওঁ তৃণবৎ পৰিত্যাগ কৰি বিপদ সঙ্কুল ধৰ্ম প্ৰচাৰকৰ জীৱন অৱলম্বন কৰি দুখীয়া ছাল-ছিগা ভিকহু সৰ্ব্বজয়, বলোৰাম, পৰমানন্দৰ নিচিনা ভকতক বুকুত বান্ধি লৈ ফুৰি দৰিদ্ৰৰ কঠোৰ অৱস্থা আলিঙ্গন কৰি এনে কঠোৰ ব্ৰত অৱলম্বন কৰিছিল ভাৰতবৰ্ষৰ ৰাজপাট আৰু সাংসাৰিক সুখ সম্পদ বিসৰ্জন দিওতা এক সিদ্ধাৰ্থ গৌতম বুদ্ধৰ বাহিৰে এনে দৃষ্টান্ত কেইটাৰ আছে?" [ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ পাতনি ]

অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাই লিখাৰ দৰে "বেজবৰুৱাৰ গদ্যৰ সামূহিক গুণ হ'ল সৰলতা, স্পষ্টতা, সংক্ষিপ্ততা, আকৰ্ষণীয়তা, চিত্ৰধৰ্মিতা, সঙ্গীতময়তা আৰু সমন্বয়।" তেওঁৰ নিজস্ব প্ৰকাশ-ভঙ্গীৰে, যাক Personal idiosyncracy of expression বুলি কোৱা হয়, নিজৰ লিখা সমূহক সুখ পাঠ্য কৰি তোলাৰ বাবেই তেওঁৰ লিখনিৰ ইমান আদৰ। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই লিখিছে—"বেজবৰুৱাৰ প্ৰবন্ধ সমূহ সুখপাঠ্য আৰু গ্ৰহণীয় হৈছে প্ৰধানকৈ

অনন্য সাধাৰণ হাস্যোদ্দীপক ৰসাল ভাষা আৰু প্ৰকাশভঙ্গীৰ কাৰণে অসমীয়া সাহিত্যত বেজবৰুৱাৰ অনুকৰণীয় ষ্টাইল এটা বিশেষ সম্পদ। বৰ্ণনা ভঙ্গীৰ সহৃদয়তা বেজবৰুৱাৰ ৰীতিৰ অন্যতম বিশেষত্ব। 'ভাবৰ বুৰবুৰণি'ৰ প্ৰান্ধমালাত লেখক আৰু পাঠকৰ মাজত সহজভাবে অন্তৰঙ্গ স্থাপন হৈছে। তদুপৰি নাটকোচিত প্ৰকাশ ৰীতিয়ে বৰ্ণ ৰ বৈচিত্ৰময় আৰু চমকপ্ৰদ কৰি তুলিছে।"

[ ভূমিকা : বেজবৰুৱা গ্ৰন্থাৱলী ]

বেজবৰুৱাৰ লিখনিৰ ওপৰত, বিশেষকৈ ৰসৰচনা সমূহত পৃথিৱীৰ শ্ৰেষ্ঠ ব্যঙ্গৰচক সকলৰ প্ৰভাৱ যে পৰিছিল এই কথা স্পষ্ট। চাৰ্লচ ডিকেন্সৰ পিকউইক পেপাৰচত থকা পিকউইক চাৰত্ৰৰ অস্বাভাবিক কথনভঙ্গীৰ লগত বেজবৰুৱাৰ— কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলাৰ চৰিত্ৰ কৃপাবৰৰ মিল আছে। গোল্ডস্মিথৰ 'চিটিজেন অব দি ওৱাৰ্ল্ড'ৰ 'মেন ইন ব্লেক' চৰিত্ৰৰ লগত কৃপাবৰৰ কিছু মিল আছে। তেওঁ নিজেও 'বুৰবুৰণি'ত লিখিছে— "এই পৃথিবীত মাত্ৰ তিনিজন মানুহে হাঁহিব জানিছিল। প্ৰথমজন পুৰণিকলত যা গ্ৰীচ দেশৰ, নাম এৰি-ষ্টোফেনিচ, দ্বিতীয়জন আছিল স্পেইনত, নাম চাৰ ভেণ্টিচ আৰু আৰু তৃতীয়জন জনবুল দেশত। নাম ছুইফ ট। এওঁলোকৰ উপৰি চতুৰ্থ এজন আছে সেইজন বৰবৰুৱা স্বয়ং।" গতিকে ইয়াৰপৰাই ধৰি লব পাৰি যে পৃথিবীৰ শ্ৰেষ্ঠ শ্ৰেষ্ঠ গদ্যলিখক সকলৰ প্ৰভাৱ বেজবৰুৱাৰ ওপৰত পৰিছিল যিয়ে তেওঁৰ গদ্যশৈলীক শ্ৰেষ্ঠ শৈলী হিচাপে গঢ়ি তোলাত সহায় কৰিছিল।

অকল ৰসৰচনাতেই বেজবৰুৱা যে পাৰ্গত লিখক আছিল এনে নহয়। গধুৰ দাৰ্শনিক বিষয়ৰ ৰচনাতো তেওঁ এক বিশেষ স্থান অধিকাৰ কৰি গৈছে। তাৰ ভিতৰত 'ভাগৱত কথা', 'কৃষ্ণ কথা', 'তত্ত্ব কথা' আদিৰ গদ্যত ইয়াৰ সম্পূৰ্ণ আভাস পোৱা যায়

"বেদোক্ত পৰমব্ৰহ্মৰ স্বৰূপ লক্ষণ এনে সৎ, চিত, আনন্দ, বেদৰ বিভাগ, বেদৰ অন্ত বেদান্ত দৰ্শন প্ৰণেতা, সৰ্ব্ব উপনিষদৰ

সাৰভাগ সঙ্কলন কৰি মহাশাস্ত্ৰ গীতা ৰচনা কৰোতা, অষ্টাদশ পুৰাণ ৰচোতা আৰু পুৰাণৰ ভিতৰত মহাসূৰ্য্য, নিগম কল্পতৰুৰ বিগলিত ফল শ্ৰীমদ্ভাগৱত ৰচনা কৰি শুকক পঢ়াই সেই ফল ক্ষুধিত জগতক বিলাই দিওঁতা - সত্যবতী সুত মহৰ্ষি বেদব্যাসে শ্ৰীমদ্ভাগবতত প্ৰতিজ্ঞা কৰি কৈছে" উদ্ধৃত অংশটোৰ ভাষালৈ লক্ষ্য কৰিলে ভাব হয় যে 'লিতিকাই', 'চিকৰপতি-নিকৰপতি' লিখা আৰু 'তত্ত্বকথা' লিখা একেজন মানুহ নহয়। ভাষাৰ সকলো দিশতে পাণ্ডিত্য, ওজস্বীতা, প্ৰগাঢ়তা আৰু বিশাল অধিকাৰ থকা বাবেই সকলো ধৰণৰ সাহিত্যতে তেওঁ সমানেই পাৰদৰ্শিতা দেখুৱাব পাৰিছে। সাহিত্য সমালোচক বেণুধৰ শৰ্মাই বেজবৰুৱাৰ গদ্যত থাইকৈ এইকেইটা লক্ষণ দেখিছে— ব্যাকৰণ, অভিধানৰ কটকটীয়া নিয়ম অনুসৰণ। ভাব আৰু ভাষা প্ৰায়েই সৃষ্টিমূলক। অসমীয়া বাক্য চুটি চুটি, কিন্তু বিস্তৰ অধ্যয়ন আৰু যুগৰ ছাপ অটুট ৰখাত উপমা অলঙ্কাৰৰ দ্বাৰা সমৃদ্ধ হলেও ইংৰাজী, সংস্কৃতৰ ৰহন সনা। তেওঁৰ গদ্যত আছে তীক্ষ্ণ পৰ্য্যবেক্ষণ আৰু শ্ৰুতিধৰী শক্তি। অসমীয়া শব্দাবলী আৰু খণ্ডবাক্যৰ বিৰাট প্ৰদৰ্শনী আৰু স্ব স্ব স্থানত সেইবোৰক স্বৰূপত প্ৰয়োগ কৰা স্বভাব। "অসমীয়া ভাষাৰ গদ্য ৰচনাৰ যোগেদি প্ৰকাশ কৰিবপৰা আটাইবোৰ ভাল গদ্যৰ ৰচনা প্ৰক্ৰিয়া বেজবৰুৱাৰ গদ্য ৰচনাত দৃষ্ট হয়। তেওঁৰ গদ্য সেই কাৰণেই উত্তৰ পুৰুষৰ গদ্য ৰচনাৰ আদৰ্শ হিচাপে চিৰকাল থাকি যাব আৰু ভাল গদ্যশৈলীৰ অনুশীলন কৰিবলৈ হলেই তেওঁৰ গদ্যশৈলী অনুসৰণ কৰিব লাগিব।"

সাহিত্যৰথী বেজবৰুৱাৰ সমসাময়িক অনাজন সাৰ্থক গদ্য ৰচক হেমচন্দ্ৰ গোস্বামী (১৮৭২-১৯২৮) অঃ ভাঃ উঃ সাঃ সভাৰ একজন নিস্বাৰ্থ কৰ্মী আৰু 'জোনাকী'ৰ দ্বিতীয় বছৰৰ সম্পাদক। গোস্বামীয়ে 'পুৰণি অসম বুৰঞ্জী' আৰু ভট্টদেৱৰ 'কথাগীতা' সম্পাদনা কৰাৰ উপৰিয়ো সাতোটা খণ্ডত "অসমীয়া সাহিত্যৰ চানেকি" সংগ্ৰহ আৰু সম্পাদনা কৰে। 'অসমীয়া পুথিৰ তালিকা' ( Descriptive

Catalogue of Assamese Manuscripts ) কলিকতা বিশ্ব-বিদ্যালয়ে প্ৰকাশ কৰে। ইয়াৰ উপৰিও 'জোনাকী', 'উষা' 'বাঁহী' আদি আলোচনীৰ পাতত তেওঁ বহু মূল্যবান প্ৰবন্ধ আগবঢ়ায়।

হেমচন্দ্ৰ গোস্বামী মূলতে আছিল প্ৰত্নতাত্ত্বিক পণ্ডিত। বেণুধৰ শৰ্মাই লিখিছে— নয়ন্যাস যুগৰ বাৰ্দ্ধাগতিত তেওঁৰ কবিসুলভ চিন্তা-চৰ্চ্চা সকলো ঐতিহাসিক তথ্য-ৰত্ন উদ্ধাৰৰ ফালে হনা ললে। সেই যে হনা ললে ইযেই তেওঁক যশস্য কলচীত তুলি আগৰ সেই সুন্দৰ সুন্দৰ কবিতা লেখা কবি নাম হল পেলাই প্ৰত্নতাত্ত্বিক পণ্ডিত বুলি সুবৰ্ণৰ কণ্ঠভৰণ পিন্ধালে।" গোস্বামীৰ গদ্যৰ আৰ্হি এনেধৰণৰ

"এটা জাতিৰ জাতীয় চৰিত্ৰ গঠিত হয় জাতীয় আৰ্হিৰ ওপৰত। ভাৰতীয় আৰ্য্যজাতিৰ আৰ্হিযেই অসমীয়া জাতিৰো আৰ্হি। এটা জাতিৰ দোষ আৰু গুণৰ পৰা যিবোৰ শক্তিৰ উদ্ৰেক হয়, সেইবোৰ শক্তিয়েই কেন্দ্ৰিভূত হৈ জাতিটোক উন্নতিৰ পথত চালনা কৰে। সেই কেন্দ্ৰই হৈছে এটা জাতিৰ আদৰ্শ ( ideal) ভাৰতীয় আৰ্য্য শিক্ষাৰ চৰম ফল হৈছে আত্মা-পৰমাত্মাবোধ। আৰ্য্য জাতিৰ ধৰ্ম বোলা, সভ্যতা বোলা, শিল্প বোলা, সাহিত্য বোলা সকলো-বোৰৰ শেষ লক্ষ্য হৈছে আত্মা-পৰমাত্মাবোধ। এই বিশুদ্ধ জ্ঞান লাভ কৰিবলৈ তেওঁলোকৰ সাধনা আছিল ত্যাগ। পাশ্চাত্য সভ্যতাৰ সমাজ শক্তিৰ কেন্দ্ৰ বা Culture হৈছে ভোগ। ব্যক্তিগত সুখ স্বচ্ছন্দতা স্বত্বৰ দাবী আৰু অধিকাৰ লাভ কৰাই পাশ্চাত্য সভ্যতাৰ প্ৰধান ঐশ্বৰ্য্য। পাশ্চাত্য শিক্ষাৰ ফলত আৰু পাশ্চাত্য সভ্যতাৰ অনুকৰণত ভাৰতীয় আটাইবোৰ জাতীয় আদৰ্শ কপি উঠিছে।"

[ জাতীয় আৰ্হি ]

'গীতাৰ শিক্ষা অনন্ত। গীতাই শিক্ষা দিছে, আত্মা অবি-নাশী, দেহৰ মৃত্যু আছে কিন্তু আত্মা অমৰ। সুখ, দুখ মিছা, ই কেৱল বিষয়ৰ লগত ইন্দ্ৰিয়ৰ যোগ, আত্মা জ্ঞানেই সকলোতকৈ শ্ৰেষ্ঠ জ্ঞান, কৰ্ত্তব্য পালনেই স্ব-ধৰ্ম, হৃদয়ৰ দুৰ্ব্বলতাই কৰ্ত্তব্য পথত

নিঘিনি, ঈশ্বৰত আত্মা নিবেদন কৰি কৰ্মত ৰতি, কৰ্মফলত বিৰতি সিদ্ধি, অসিদ্ধি, জয়-পৰাজয়ত সমজ্ঞান কৰি সাধন মাৰ্গত আগবাঢ়ি স্থিতপ্ৰজ্ঞ হৈ, সংসাৰৰ দুখ-দুৰ্গতিৰ হাতসাৰি, মনত চিৰশান্তি লাভ কৰাৰ উপায়, ইত্যাদি সনাতন আৰ্য্যধৰ্মৰ সকলো বিষয়কে গীতাই অতি সুন্দৰ আৰু শৃঙ্খলামতে শিক্ষা দিছে।"

[ কথাগীতাৰ ভূমিকা আৰু গীতা মাহত্ম্য ]

গোস্বামীৰ গদ্যৰচনাৰ ভাষা নিভাজ অসমীয়া। শব্দ সম্ভাৰ থলুৱা। লেখাৰ ভঙ্গীও অতি সৰল। ওপৰৰ দুযোটা উক্তিয়েই তাৰ প্ৰমাণ। তেওঁৰ গদ্যত 'ইংৰাজী দোষে নপৰশা, কিন্তু ভিতৰে ভিতৰে অনুভূতিৰ প্ৰৱণতাৰ জুই একৰা উমি উমি জ্বলি থাকে।" জাতীয় বুৰঞ্জীৰ প্ৰতি গোস্বামীৰ পৰম শ্ৰদ্ধা আৰু আসক্তি থকা বাবে তেওঁৰ বুৰঞ্জীমূলক প্ৰবন্ধ বা সাহিত্যবোৰত সাহিত্যিক, ঐতিহাসিক আৰু প্ৰত্নতাত্বিক গুণ লগলাগি বাচকবনিয়া গদ্যশৈলী এটাৰ সৃষ্টি কৰিছে।

পণ্ডিত হেমচন্দ্ৰ গোস্বামী ঘাইকৈ আছিল পুৰাতত্ত্ববিদ। ১৯১২ চনত 'টাইমচ্ অব আসাম' কাকতে লিখিছিল "পুৰাতত্ত্ব অনুসন্ধানেই যাৰ স্বাভাবিক প্ৰবৃত্তি আৰু আমাৰ লুপ্ত গৌৰৱৰ চিন এচাঁহিমান উদ্ধাৰ কৰিবলৈ যাৰ মন সততে উদ্বাউল হৈ থাকে আমাৰ পুৰণি পুথি অনুসন্ধান আৰু সংগ্ৰহৰ নিমিত্তে, সেইজনেই সঁচাকৈ যোগ্যতম ব্যক্তি।" প্ৰাচীন পুথিৰ পৰা সংগ্ৰহ কৰা লিখনিৰ লগত আধুনিক গদ্যৰ সংমিশ্ৰণ ঘটাই গোস্বামীয়ে এক অনন্য গদশৈলীৰ জন্ম দিছিল বুলি কব পাৰি। ভট্টদেৱৰ কথাগীতা সংগ্ৰহ কৰি, তাৰ ভূমিকা লিখি ভাৰত বিখ্যাত বিজ্ঞানাচাৰ্য্য প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ নিচিনা ব্যক্তিক মোহিত কৰিব পৰা ভাষাশৈলীৰ অধিকাৰী হব পাৰিছিল বাবেই ৰায়ৰ মুখেৰেই ঘোষিত হৈছিল—"বাংলাতকৈ অসমীয়া গদ্যসাহিত্য বহু পুৰণি । এই কথা আজি অসম ছাত্ৰ সম্মিলনৰ সভাপতি হৈয়েই যে কৈছো এনে নহয়, বঙ্গীয় সাহিত্য সম্মিলনৰ ভূতপূৰ্ব্ব

সভাপতি আৰু বঙ্গদেশৰ প্ৰতিনিধি হিচাপেও কৈছো। ইয়াতে যদি কোনো অসমীয়া পণ্ডিতে অসমীয়া সাহিত্যৰ পৰা ধাৰ কৰি দিয়া সম্পদেৰেহে বঙলা ভাষাটো চহকী হৈছে বুলি কয়, তেন্তে তেওঁৰ কথা সতকাই গুচবোৱা টান হব।"

চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯২৮) 'জোনাকী'ৰ প্ৰথম-জন সম্পাদক আৰু 'ত্ৰিমূৰ্ত্তী'ৰ এজন। অ. ভা. উঃ সাঃ সভাৰ যোগেদি ভাষা জননীক সেৱা কৰা সকলৰ ভিতৰত আগৰৱালা অগ্ৰজ। বিভিন্ন আলোচনী, বাতৰি কাকতৰ সম্পাদক হিচাপে আগৰৱালাই যিমান প্ৰসিদ্ধি লাভ কৰিছিল তেনে ব্যক্তি অসমীয়া সাহিত্যৰ বুৰঞ্জীত বিৰল। তেওঁ 'অসমীয়া', 'সাতদিনীয়া অসমীয়া', 'তিনিদিনীয়া অসমীয়া' আদি কাকত সম্পাদনা কৰি অসমীয়া গদ্য সাহিত্যৰ মূল জুঙুঠিটো তৈয়াৰ কৰি দিযে। তেওঁৰ আগৰ 'অৰুণোদই'ৰ ভুল বৰ্ণবিন্যাস নীতি শুধৰাই এটা সুস্থিৰ আৰু স্পষ্ট বৰ্ণবিন্যাস নীতি গ্ৰহণ কৰিবলৈ জোনাকী আৰু বিভিন্ন বাতৰি কাকতৰ মাজেৰে দেখুৱাই দিযে। 'সৌন্দৰ্য্য সাধনা জীৱনৰ খেল" এই সত্য চন্দ্ৰকুমাৰে অকল তেওঁৰ কবিতাৰ মাজেৰেই নহয় গদ্য সাহিত্যৰ মাজেৰেও প্ৰতিপন্ন কৰিছিল। সেইবাবে তেওঁৰ লিখনি আছিল সাৱলীল, সুন্দৰ, সুঠাম আৰু সুস্পষ্ট। তেওঁৰ শব্দ বাছনিত প্ৰাচীন শব্দৰ প্ৰতি থকা মোহ বা মায়াৰ আভাস পোৱা যায়। তেওঁৰ গদ্যৰ আভাস এনেকুৱা—

"হে অসমীয়া! ভাষা, সংশয় দূৰ কৰা। তোমাৰ দুজন এজনে অকলে মৰুভূমিৰ মাজত জীপলৈ ঠন ধৰি কেইদিন থাকিব পাৰিবা? লগে লগে সমাজক উন্নত কৰি ললেহে স্থায়ী হৈ তিষ্ঠিব পাৰিবা। দকৈ ভাবি চোৱা, দেশৰ মঙ্গল, জাতিৰ মঙ্গলেই হে তোমাৰ মঙ্গল। তোমা নিজা জাতিৰ সেবাৰ বাহিৰেনো তোমাৰ জীৱনত আৰু কি অধিক কৰিবলগীয়া আছে? তোমাৰ চেষ্টাৰ ওপৰতেই তোমাৰ দেশৰ জীৱন নতুবা দেশ মৰা। জীৱনৰ লক্ষ্য হৈছে চেষ্টা। চেষ্টাক জীয়াই ৰাখি আত্মশক্তিৰ বিকাশ হবলৈ দিয়া।

আত্মশক্তিৰ ওচৰত সকলো পদানত হব, ঘটনাচক্র হাতলৈ আহিব। তোমাৰ দেশ সুখ স্বচ্ছন্দতাৰে প্ৰীতি বিশ্বাসৰ ঠাই হব। দেশবাসীৰ মনৰ ভাব-চিন্তা দূৰ হব। দেশত 'পুৰুষ' উপজি আওকঠীয়া হাবি-বনৰ লাহে লাহে ওৰ পৰিব।" [ অসমীয়াৰ সংকল্প ]

উদ্ধৃতিটোৰ ভাষালৈ লক্ষ্য কৰিলে ভাব আৰু ভাষাৰ সাৱলীল গতি এটা প্ৰথমতেই চকুত পৰে। 'অৰুণোদই'ৰ কিছুকাল পিচৰ লিখক হিচাপে তেওঁৰ লিখনিত অৰুণোদইৰ প্ৰভাব পৰিব লাগিছিল। কিন্তু তেনে ভাষা নীতিৰ পৰা লিখক সম্পূৰ্ণ মুক্ত। সমসাময়িক সময়ৰ দেশৰ কথিত ভাষাৰ পৰা যদি তেওঁ তাৰপৰা শব্দ সংগ্ৰহ কৰিছে। আৱশ্যক হলে তৎসম, তদ্ভৱ শব্দও গ্ৰহণ কৰিছে। ভাষাত কোনো ধৰণৰ জড়তা বা আড়ষ্টতা নাই। নৈৰ পানীৰ দৰে সাৱলীল গতিত মাত্ৰ আগবাঢ়ি গেছে। তেওঁৰ গদ্যৰীতি সদায় বিষয়বস্তু সাপেক্ষ্য। য ত যেনে ভাষা ব্যৱহাৰ কৰিব লাগে সেইমতেই কৰিছিল। সেইবাবেই তেওঁৰ লিখনি পঢ়ি আমনি নালাগে। বেজবৰুৱাই সম্পাদনা কৰা 'বাঁহী' কাকতখন নিয়মীয়া লিখক আছিল চন্দ্ৰকুমাৰ আগৰৱালা। তেওঁৰ কবিতাসমূহত থকাৰ দৰে গদ্যতো ৰোমাণ্টিক সপ্নালুস আৰু কৌতুহলী ধ্বনি অনুভব কৰিব পাৰি, যাৰ দ্বাৰা তেওঁ এই বস্তুবাদী পৃথিবীখনত স্বৰ্গৰাজ্যৰ কামনা কৰিছে। তেওঁৰ ভাষা যেনে আবেগী তেনে বাস্তবো। তেওঁৰ গদ্য বস্তুধৰ্মী বা নীতিবাদ মূলকেই নহয় বৰং ই ব্যাকৰণ সম্মত সৃষ্টিধৰ্মী আৰু আদৰ্শপূৰ্ণও।

"মানুহক মানুহ বুলি ব্যৱহাৰ কৰিলেহে মনুষ্যত্বৰ উচিত স্ফূৰ্ত্তি প্ৰকাশ পায়। সদায় তুচ্ছ বুলি অবহেলা কৰিলে মনুষ্যত্ব জয় পৰি যায়, যোগাও লাহে লাহে অযোগ্য হয়গৈ, তেওঁৰ আত্ম-সন্মানৰ অভাব হয় আৰু কাৰ্য্যত বিৰাগ জন্মে। তুচ্ছকো তুচ্ছ সুবুলি থাকিলে জানো কিবা হানি আছে? কণাক কণা বুলি বিদ্ৰূপ কৰিলেতো কাৰো উপকাৰ নাই। কণাৰ দ্বাৰাই যি কাম হব পাৰে তাক আদায় কৰি লোৱাটোহে প্ৰকৃত নীতি।" [ গৃহস্থালি ]

উপযুক্ত যুক্তি সহকাৰে সবল, সহজ ভাষাৰে বিষয়বস্তু উত্থাপন কৰিব পৰা ক্ষমতা আগৰৱালাৰ গদ্যত আছে। অকল কবিতাতেই নহয়, চন্দ্ৰকুমাৰৰ গদ্যটো মানৱ মহত্ত্বৰ গুণ-গৰিমাৰ কথা আছে। সেয়ে তেওঁৰ বিষয়বস্তু উচ্চপৰ্য্যায়ৰ হৈ পৰিছে। তেওঁ এটা যুগৰ অগ্ৰনি লিখক হিচাপে লিখনিয়ে পূৰ্ণতাও লাভ কৰিছে।

চন্দ্ৰকুমাৰ আগৰৱালাৰ সমসাময়িক আন এজন গদ্য লিখক হ'ল পদ্মনাথ গোহাঞি বৰুৱা (১৮৭১-১৯৪৬)। গোহাঞি বৰুৱাও অঃ ভাঃ উঃ সা. সভাৰ এজন আগশাৰীৰ উদ্যোক্তা। অতি কম দিনৰ ভিতৰতে কলিকতা এৰি আহি ক'হিমাত শিক্ষকতা আৰম্ভ কৰাৰ বাবে 'জোনাকী'ৰ লিথকসকলৰ লগত পোনপটীয়া সম্বন্ধ কিছু কমি-ছিল যদিও 'জোনাকী'ৰ সৈতে তেওঁ কলমেৰে যোগাযোগ ৰাখিছিল। কিছুকাল 'বিজুলী'ৰ সম্পাদনাও কৰিছিল। গোহাঞি বৰুৱাই 'ভানুমতী' 'লাহৰি' নামৰ দুখন উপন্যাস, 'জয়মতী', 'গদাধৰ', 'সাধনী', 'লাচিত বৰফুকন' ঐতিহাসিক নাট আৰু গাওঁবুঢা', 'টেটোন তামুলী', 'ভূত নে ভ্ৰম' এই কেইখন প্ৰহসন আৰু একমাত্ৰ পৌৰাণিক নাট 'বাণৰজা' লিখে। তিনিটা খণ্ডত প্ৰকাশ হোৱা 'শ্ৰীকৃষ্ণ' তেওঁৰ সাহিত্যিক জীৱনৰ শ্ৰেষ্ঠ অবদান। তেজপুৰৰ পৰা ওলোৱা "আসাম বন্তি'ৰ গোহাঞি বৰুৱা নিয়মীয়া লিখক আৰু পিচত গৈ সম্পাদক হয়। থলুৱা শব্দৰ প্ৰতি তেওঁৰ এটা মায়া আছিল আৰু এনে সম্পদেৰে অসমীয়া ভাষা চহকী কৰিবলৈ তেওঁ সদায় যত্ন কৰিছিল। বেণুধৰ শৰ্মাই এই সম্পৰ্কে লিখিছে—

"অসমীয়া গোন্ধ নোহোৱা শব্দৰ প্ৰতি গোহাঞি বৰুৱা ইমান চকা-ছন্দা আছিল যে যিটো শব্দত তেখেতে বিদেশী গোন্ধ পাইছিল সেইটো তেখেতে নতুন ঠাচত মাৰি অসমীয়াকৈ লৈছিল। 'অনতি বিলম্বে' শব্দটো 'বিলম্বে' থকা বাবে অসমীয়া অসমীয়া যেন নালাগে। সেইদেখি তেখেতে 'বিলম্ব'ৰ সলনি 'পলমে' শব্দটো লগাই লৈছিল।

সেইদৰে 'আজি পৰ্য্যন্ত'ৰ ঠাইত 'আজিকোপতি' 'অনাধেম্বিৰ' ঠাইত 'অধমুৱা' বুলি শব্দৰ ৰূপ সলাই পেলাইছিল। গোহাঞি বৰুৱাই এই শব্দ কেইটা উলিয়াই দিয়াৰ পাচত সকলোৱে লেখিব ধৰিলে। মৌলিক ভাব থকা সাহিত্যতকৈ ভাব প্ৰকাশ কৰা শব্দ সমূহৰ আচল তাতপৰ্য্যলৈ তেখেতে বৰকৈ চকু দিছিল। তেখেতে সকলো কথা ভাবি-চিন্তি তাক গহীন-গম্ভীৰভাবে প্ৰকাশ কৰিছিল।" মৃত্যুৰ সময়লৈকে তেওঁ তেওঁৰ মৰমৰ 'বন্তী' (আসাম বন্তী পিচলৈ 'অসম বন্তী' আৰু শেষত 'বন্তী' নাম ৰখা হয়) আৰু 'উষা জীয়াই ৰাখিছিল। 'জোনাকী' আৰু 'বাঁহী'য়ে অসমীয়া সাহিত্যত নতুন যুগৰ সূচনা কৰাৰ দৰে 'বন্তী' আৰু 'উষা'যো অসমীয়া সাহিত্যত বিশেষকৈ গদ্য সাহিত্যত নতুন যুগৰ সূচনা কৰিছিল সাহিত্যৰ ক্ষেত্ৰত বেজবৰুৱাৰ লগত মতভেদ থকা বাবে গোহাঞি বৰুৱাই সদায় আত্ম সচেতন হৈ আছিল। সেইবাবেই তেওঁৰ প্ৰথম চোৱাৰ গদ্য সাহিত্যতকৈ শেষৰ লিখনি বেছি পুৰঠ আৰু সম্পূৰ্ণ। সংস্কৃত ভাষাত তেওঁৰ বুৎপত্তি বেচি নাছিল বাবেই বেছি থলুৱা শব্দৰ আশ্ৰয় লৈছিল। কিন্তু সেয়া হলেও শেষ বয়সত 'শ্ৰীকৃষ্ণ' আৰু 'গীতাসাৰ'ৰ দৰে তত্ত্বগধুৰ গদ্য ৰচনা কৰি তেওঁৰ পাণ্ডিত্যৰ পৰিচয় দিছে।

সমকালিন যুগৰ আন এজন লিখক ৰজনীকান্ত বৰদলৈ (১৮৬৭-১৯৩৯), বৰদলৈ ঘাইকৈ উপন্যাসিক। উপন্যাস বা আধুনিক নাটৰ ভাষা যদিও গদ্য ভাষা তথাপি প্ৰবন্ধ, আলোচনা আদিৰ ভাষাৰ দৰে উপন্যাস বা নাটকৰ ভাষাত এটা স্বাভাবিক বা বাস্তৱ চিত্ৰণৰ ভাষাতকৈ এটা কৃত্ৰিম বা আবেগিক ভাষাৰহে প্ৰাধান্য দেখা যায়। বৰদলৈয়ে কলিকতাৰ পৰা বি এ পাচ কৰি চৰকাৰী চাকৰীত সোমায় আৰু বৈচিত্ৰপূৰ্ণ ঘটনাৰ পটভূমিত ঐতিহাসিক উপন্যাস ৰচনা কৰে। তেওঁ ন-খন উপন্যাসৰ মাত্ৰ এখনহে সামাজিক উপন্যাস বাকীবোৰ ঐতিহাসিক।

বৰদলৈৰ উপন্যাসৰ গদ্যৰীতি আলোচনা কৰিলে দেখা যায় যে তেওঁৰ অকল উপন্যাসৰ ঘটনা আৰু চৰিত্ৰ সৃষ্টিতেই নহয় বৰ্ণিত

ভাষাতো দেশী-বিদেশী বিভিন্নজনৰ লিখনিৰ প্ৰভাৱ পৰিছিল। সেই সকলৰ ভিতৰত ঔপন্যাসিক স্কট, নাট্যকাৰ শেক্সপিয়েৰ, বঙ্গীয় ঔপন্যাসিক বঙ্কিম চন্দ্ৰ আদিয়েই প্ৰধান। কিন্তু সেয়ে হলেও তেওঁ বিদেশী লিখকৰ কথনভঙ্গী, শব্দযোজনা পোনে পোনেই গ্ৰহণ কৰা নাই। তেওঁৰ গদ্যত আছে সৰল, ঘৰুৱা আৰু বিশ্লেষণ ধৰ্মীতা। তেওঁৰ গদ্যৰ স্বৰূপ এনেধৰণৰ—

"ৰহদৈয়ে আজি-কালিকৈ বাৰ বছৰত ভৰি দিলে। পাট-গাভৰু হবৰে পৰা তাইৰ ৰূপৰ জেউতি চৰি আহিল। সৰুৰেপৰা তাই জাকত-জিলিকা ছোৱালী আছিল। তাই বৰণত বগা, মুখখন চুচি কটা, নাকটো টনটনীয়া, চকু দুটি হৰিণীৰ দৰে ক'লা আৰু উজ্জ্বল, ভুৰুজোৰ ধেনুকাৰে বৈ পৰা, চুলিকোছা ক'লা, দীঘল আৰু ককাললৈ বে পৰা।" [ ৰংদৈ লিগিৰী ]

তেওঁৰ গদ্য ব্যঞ্জনাহীন, নিৰাভৰণ কিন্তু কলাত্মক আবেদন নাই বুলিব পাৰি। বহু উপন্যাসত বৰদলৈয়ে চৰিত্ৰৰ মুখত বৈষ্ণৱ ভাবাদৰ্শৰ উক্তি দিছে। এই উক্তি সমূহৰ ভাষাও উচ্চ আধ্যাত্মিক গুণ সম্পন্ন আৰু গুৰু-গম্ভীৰ। "বৰদলৈয়ে জনজাতীয় জীৱনৰ আশা আকাংক্ষাক মানবীয় ৰূপত প্ৰকাশ কৰিবৰ বাবে যত্ন কৰোতে তেওঁৰ গদ্যই এক আবেদনশীল অনুভূতি লাভ কৰিছে।" বৰদলৈৰ উপন্যাসত বৰ্ণনা কৰা অসমৰ নৈসৰ্গিক চিত্ৰসমূহৰ ভাষা কাব্যধৰ্মী, মৰ্মস্পৰ্শী আৰু আবেদনশীল। ড. সত্যেন্দ্ৰনাথ শৰ্মাই কোৱাৰ দৰে "বৰদলৈয়ে অসমীয়া গ্ৰাম্যজীৱনৰ স্ৰোত যেনেকৈ সহানুভূতিৰে উপলব্ধি কৰিছিল, অসমীয়া গীত-মাতৰ লগত যেনে আন্তৰিক সংযোগ আছিল, ধৰ্মৰ শান্তি প্ৰদায়িকা শক্তিৰ ওপৰত যেনে আস্থা আছিল অসমৰ নদ-নদী, পৰ্ব্বত-পাহাৰৰ প্ৰতি যেনে নিবিড় ভালপোৱা প্ৰকাশ পাইছে সেই সকলোবোৰে বৰদলৈৰ উপন্যাসক কেৱল ঐতিহাসিক মূল্যই প্ৰদান কৰা নাই অষ্টাবিংশ শতাব্দীৰ শেষ আৰু উনবিংশ শতাব্দীৰ আদি ভাগৰ অসমীয়া জীৱনৰ জীৱন্ত চিত্ৰও দাঙি ধৰিছে।"

বুৰঞ্জীৰ নিৰস ঘটনা আৰু চৰিত্ৰই বৰদলৈৰ প্ৰায়বোৰ উপন্যাসতে প্ৰাধান্য লাভ কৰা বাবেই বোধহয় বৰ্ণনাবোৰত প্ৰকাশ-ভঙ্গী আৰু ভাষাৰ বিশেষ ৰমণীয়তা নাই। পাঠকৰ মন যোগাব পৰা ধৰণৰ মৰ্মস্পৰ্শী ভাষাৰ অভাব উপন্যাসবোৰত অনুভৱ কৰিব পাৰি। এটা কথা কিন্তু ঠিক যে পৃথিৱীৰ বহু উপন্যাসীকে বৰদলৈৰ ওপৰত প্ৰভাব পেলালেও গোটেপাতে সেইসকলৰ ভাষাশৈলী তেওঁৰ উপন্যাস সমূহত গ্ৰহণ কৰা নাই। অসমৰ গাঁৱে-ভূঞে ঘূৰি ফুৰি সেই সেই মানুহৰ জীৱনৰ অনুভূতি সম্পূৰ্ণ কৈ অনুধাৱন কৰি, তেওঁলোকে কোৱা মাত-কথা উপন্যাসবোৰত সৈই দিছে।

ঐতিহাসিক পণ্ডিত কনকলাল বৰুৱা (১৮৭২-১৯৪০) অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত স্মৰণীয় ব্যক্তি। তেওঁৰ লিখনিৰ স্বৰূপ আছিল "আমাৰ জাতীয় গৌৰৱৰ সোণৰ কলচীটো দাঙি ধৰি তাৰ পোহৰ পেলাই নিন্দুকইতৰ চকুত চমক লগোৱা।" তেওঁ লিখিছিল "এই পুৰুষ ভাব যেতিয়া অসমীয়া সাহিত্যৰ ছাত্ৰ-ছত্ৰে বিৰিঙি পৰিব, যিদিনা এনে সাহিত্যৰ উদগণিত আমাৰ মানুহে তন্দ্ৰাৰপৰা সাৰ পাই, এলাহ নিহালি কাতিকৈ থৈ উদ্যমশীল হৈ কামত লাগিব, যিদিনা পৰস্পৰ হিংসা খোৱাকামোৰা গুচি পৰস্পৰ সহযোগ আৰু একতা দেশত স্থাপিত হব তেতিয়া বুজিব যে আমাৰ জাতীয় সাহিত্যই চৰিত্ৰ শুধৰাবলৈ, জাতীয় উন্নতি সাধিবলৈ প্ৰকৃত কাজ কৰিলে।"

কনকলাল বৰুৱা মূলতঃ ঐতিহাসিক লিখক। বেজবৰুৱাৰ 'শঙ্কৰদেৱ মাধবদেৱ' গ্ৰন্থৰ ভূমিকাত লিখা মহাপুৰুষীয়া ধৰ্মমত' আৰু অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণৰ ভাষা অতি গুৰু গম্ভীৰ। 'জোনাকী', 'বিজুলী', 'বাঁহী' আৰু 'আৱাহন' আলোচনীত ওলোৱা তেওঁৰ ঐতিহাসিক এশ-একুৰি প্ৰবন্ধ ভাষা অতি উচ্চ পৰ্য্যায়ৰ। তেওঁৰ ভাষা আবেগহীন অথচ পাণ্ডিত্য-পূৰ্ণ, চিন্তামূলক আৰু দাৰ্শনিক তথ্যৰে ভৰা।

বৰুৱাৰ পৰৱৰ্ত্তী কালচোৱাৰ গদ্য লিখকসকল হ'ল বেণুধৰ ৰাজখোৱা, আনন্দ চন্দ্ৰ আগৰৱালা, চন্দ্ৰধৰ বৰুৱা, ৰাধানাথ ফুকন, তৰুণৰাম ফুকন, কালিৰাম মেধি, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আদি। এইসকল ৰচকে অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত যুগজয়ী বা কাল-জয়ী স্তম্ভ স্থাপন কৰিব পৰা নাছিল যদিও প্ৰতিজনে নিজা নিজা দৃষ্টিভঙ্গী আৰু আদৰ্শৰ সাহিত্য সৃষ্টিত কৃতিত্ব লাভ কৰিছিল। প্ৰায় কেউজন লিখকৰে ৰচনাত অসমীয়াৰ স্বাভাৱিক কথনভঙ্গী, লেখকৰ একাত্মবোধ আৰু ভাষাৰ সৰলতালৈ লক্ষ্য কৰিব পাৰি। এই সকলৰ ভিতৰৰে কোনো কোনোৱে পৰিস্থিতি আৰু পৰিবেশ চিত্ৰণত কাবিক ভাবাবেগ আৰু ছন্দোবদ্ধ সংলাপৰ আশ্ৰয় লৈছে। তেনে অৱস্থাতো গদ্যই তাৰ স্বকীয়তা হেৰুওৱা নাই। গদ্যৰ এনে ঠাচ ৰমন্যাসীক কল্পনা প্ৰৱণাতাৰেই পৰিস্ফুৰণ বুলি কব পাৰি। এনে ৰমন্যাসীক ভাবাদৰ্শৰ মাজতো ৰাধানাথ ফুকনৰ নিচিনা লিখকে গীতাৰ দৰ্শন ওপৰত আলোকপাত কৰিব যাওতে উচ্চপৰ্য্যায়ৰ আধ্যাত্মিক শব্দ সঞ্চালনৰ মাজেদি গদ্যৰ মাহাত্ম্য বৃদ্ধি কৰিছে। আধ্যাত্মিক ভাবৰ পৰিস্ফুৰণ ঘটোৱা বিষয়ৰ লগত মিলাই বাচি বাচি শব্দ প্ৰয়োগ কৰা এনে গদ্য নিশ্চয় উচ্চপৰ্য্যায়ৰে গদ্যৰ চানেকী। তেওঁ লিখিছে—

"বেদান্তৰ মতেএই জগতৰ মূলতঃ তেজঃ শক্তি। এই কথা বিজ্ঞানে জানে। বিজ্ঞানেও কয় যে এই জগতত শক্তিৰ বাহিৰে একো নাই। বিজ্ঞানে ঢুকি নোপোৱা এটা কথা বেদান্তই কয়। বেদান্তই কয় যে শক্তিৰ ৰূপ দুটি—সূক্ষ্ম ( অপঞ্চীকৃত ) আৰু স্থূল ( পঞ্চীকৃত )। সূক্ষ্ম শক্তিৰে অন্তঃকৰণ আৰু স্থূল শক্তিৰে বহিৰ্জগতৰ সকলো পদাৰ্থ হৈছে।" [ গীতাৰ পাতনি ]

❀ ❀

# সাম্প্ৰতিক কালৰ অসমীয়া গদ্য

[ ১৯৪০-১৯৯০ লৈ ]

সাম্প্ৰতিক কালৰ সাহিত্যৰ জন্মৰ সন, তাৰিখ খাটাংকৈ স্থিৰ কৰি কব নোৱাৰি যদিও দ্বিতীয় মহাযুদ্ধই (১৯৩৯) ভাৰতীয় জাতীয় জীৱনৰ প্ৰতিটো স্তৰ—সাহিত্য, সংস্কৃতি, খাদ্য, পোচাক-পৰিচ্ছদ, মাত-কথা, ধ্যান-ধাৰণা, কৃষি-বাণিজ্য আদিত এক চকুতলগা ধৰণৰ পৰিবৰ্ত্তন আনি দিছিল। জোনাকী যুগ আৰু তাৰ পৰৱৰ্ত্তী বাঁহী, উষা, বিজুলী, জয়ন্তী, আৱাহন, ৰামধেনু আদি কাকতে (আলোচনী) প্ৰতিষ্ঠা কৰি থৈ যোৱা অসমীয়া সাহিত্যৰ বৰঞ্জীৰ গতি, ধ্যান-ধাৰণা দ্বিতীয় মহাযুদ্ধই সলাই পেলালে। জোনাকীয়ে জন্ম দিয়া ৰোমান্স ধৰ্মী, কল্পনাবিলাসী গদ্যৰ ঠাইত যুক্তি প্ৰদত্ত আৰু বিজ্ঞান সন্মত বাস্তবধৰ্মী চিন্তাই গদ্যত স্থান ললে। দ্বিতীয় মহাযুদ্ধই এৰি যোৱা অস্বাভাৱিক, বিভীষিকাময় পৰিবেশ, মানসিক উত্তেজনা, আৰ্থিক অনাটন আৰু সামাজিক, ৰাজনৈতিক অস্থিৰতাই জাতীয় সাহিত্যলৈ বিশেষ ধৰণৰ পৰিবৰ্ত্তন আনি দিলে। তাৰেই ফলশ্ৰুতি হিচাপে অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীলৈও পৰিবৰ্ত্তন আহিল। এই সময় চোৱাত ব্যক্তিগত চিন্তা আৰু বস্তুধৰ্মীতাই গদ্য সাহিত্যত বিশেষ-ভাৱে স্থান পালে। আকৌ ব্যক্তিগত সমস্যা, দেশীয় সমস্যা, আন্তৰ্জাতিক সমস্যা আদিয়েও যেনেকৈ নতুন লেখকসকলক উদ্বাউল কৰি তুলিছিল তাৰ পৰিস্ফুৰণ তেওঁলোকৰ লিখনিত প্ৰতিধ্বনিত হৈছিল।

দ্বিতীয় মহাযুদ্ধৰ ঠিক পিচৰছোৱা সময়ৰ পদ্য আৰু গদ্যৰ মাজত থকা নিবিড় সম্বন্ধটোৰ কথা সমালোচকে এনেধৰণে উল্লেখ কৰিছে—"চল্লিচৰ কবিতাৰ অন্যতম লক্ষণ আছিল গদ্যছন্দৰ সন্ধান,

চিত্ৰল কল্পনাই বহণ চৰোৱা, পূৰ্ব্ব নিৰ্দ্ধাৰিত তাল-মান-লয় সম্বলিত বিস্তাৰমুখী ৰীতিৰ পৰা ধীৰে ধীৰে দৈনন্দিন কথোপকোথনৰ সাধাৰণ ভাষাৰ কাম চলা ঠাচলৈ সেযা এক সুনিশ্চিত যাত্ৰাৰ পাতনি। ঘাইকৈ আধুনিক মাৰ্কিন কবিতাৰ প্ৰভাবতে সম্ভৱ হোৱা এই কথোপকোথনৰ জীযা ভাষা (যেনে এজ্ৰা পাউণ্ডৰ আৰ্হিত হেম বৰুৱাই লিখা "আৰু কি লিখিম? বিশেষ একো নাই/মোৰে শপত তুমি যিদিনা উলটি আহিবা/মোক আগতীয়াকৈ জনাবা দেই") ই অসমীয়া কবিতাত যুগান্তৰৰ সূচনা কৰিলে।"

[ অসমীয়া গদ্য : বঞ্জিৎ গোস্বামী ]

সমালোচক গোস্বামীয়ে উনবিংশ শতিকাৰ শেষৰ বেজবৰুৱাৰ ৰোমান্সধৰ্মী গদ্যৰ লগত দ্বিতীয় মহাযুদ্ধৰ প্ৰায় সমসাময়িক কালৰ বাস্তৱধৰ্মী গদ্য তুলনা কৰিবলৈ গৈ দেখুৱাইছে— "সেই চোৱালীজনী কোন? কেলেই তেওঁ এই দুপৰবাতি ভাবি চিন্তি অস্থিৰ? কিয তেওঁ শোৱাপাটীত শোৱাৰ পৰিবৰ্তে, বহি গাৰুত আউজি, গালত হাত দি, বেৰৰফালে মাটিৰ প্ৰতিমাখনি যেন হৈ একেথৰে ৰলাগি চাই আছে? তেওঁৰ চকুৰপৰা দুধাৰি ফটিকৰ নিচিনা পকা জামু যেন গালেদি কি বৈ আহিছে? হায নকৈ ফুলা গোলাপ ফুলটি যেন ধুনীয়া আৰু মধুৰ ১৭ বছৰীয়া চোৱালীজনীৰ আজি কি হ'ল?

" যাৰ মাতত মৌ বৰাষে, যাৰ ওঠ দুটি ডালিম যুল যেন টিক-টিক কৰে ৰঙা, দাঁত দুপাৰি যাৰ মুকুতাৰ মালা দুধাৰি যেন।"

[ বেজবৰুৱাৰ 'পদুম কুঁৱৰী' ১৯০৫ ]

"মৰঙ্গি আহোম ৰজাৰ সময়ৰ এখনি প্ৰসিদ্ধ অঞ্চল। মগা কছাৰীৰ উৎপাতৰ পৰা আহোম ৰাজ্য ৰক্ষা কৰিবলৈ চুহুংমং ৰজাৰ দিনত কোঁঠ মৰা হৈছিল। সৈন্য-সামন্ত আৰু বিষয়াৰ কুমৰ-ধ্বনিত মৰঙ্গিত কিন্তু আজি নাই সেই অতীতৰ সৌন্দৰ্য্য বিকাশ।" ঠায় ঠায়ে মাথোন সিচৰিত হৈ পৰি আছে, হাঁহকণীৰ কুহুমেৰে খচা অপৰ্য্যপ্ত চটা চটা বহল ইটা, কাৰুকাৰ্য্য মণ্ডিত পথাৰৰ বিচিত্ৰ দুনাৰ ভঙ্গি।"          [ 'জীৱনৰ বাটত'— বীণা বৰুৱা ১৯৪৪ ]

প্ৰথমচোৱা গদ্যত আছে ৰোমান্সধৰ্মী কল্পনা বিলাসীতা, সৌন্দৰ্য্য চৰ্চ্চাৰ মুক্ত প্ৰয়াস, শব্দৰ খেলা। আনহাতে বীণা বৰুৱাৰ গদ্যত আছে সংযম, ধীৰ-স্থিৰ অথচ ভাবৰ সাৱলীলতা আৰু বাস্তৱ-মুখী চিন্তাৰ প্ৰয়াস। বেজবৰুৱাৰ পৰা বীণা বৰুৱালৈ সময়ৰ ব্যৱ-ধান প্ৰায় চাৰি দশক। এই সময়চোৱাৰ ভিতৰতে সাহিত্যই দ্ৰুত-গতিত ৰূপ সলাই বুলিব পাৰি। 'অৰুণোদই' সাহিত্যই পৰিহাৰ কৰা 'জোনাকী'য়ে আলফুলকৈ আদৰি লোৱা তৎসম-তদ্ভৱ শব্দৰাজিৰ 'স্বাভাৱিক ভাৰসাম্য' এই সময়চোৱাত ৰক্ষা কৰা হ'ল।

সমালোচকৰ মতে উনবিংশ শতিকাৰ বেজবৰুৱাৰ ৰোমান্স-ধৰ্মী গদ্যত থকা "চৰিত্ৰৰ আদৰ্শায়নৰ প্ৰৱণতা, উপমা বহুল ভাষা, এসময়ত এখন দেশত জাতীয় অনিৰ্দ্দিষ্ট স্থান, কাল সম্বন্ধীয় ধূৱলী আভাষ আৰু বিস্তাৰমুখী এক জতুৱা সুৰ'ৰ ঠাইত বুৰি শতিকাৰ চল্লিশৰ দশকৰ গদ্যত আছে "মেদযুক্ত বাস্তৱবাদী ৰীতিত অনুভূত অভিজ্ঞতাৰ ৰূপায়ণ আৰু বৰ্ণনাৰ বাবে গৃহিত হোৱা ঘৰুৱা আৰু আনুষ্ঠানিকতাধৰ্মী শব্দৰ মিশ্ৰণ সম্বলিত এক সন্তুলিত (balanced; ৰীতি।"

ত্ৰিশ, চল্লিশৰ দশকত কাল্পনিক গতিধাৰাৰ পৰা বাগৰ সলাই-ছিল যদিও কল্পনা আৰু বাস্তৱবাদৰ মাজৰ সম্বন্ধ একেবাৰে ত্যাগ কৰা নাছিল। বাস্তৱবাদৰ অন্তৰালত কল্পনা ক্ষীণভাৱে প্ৰৱাহিত হৈ আছিল। আধুনিক চিন্তাত মাৰ্ক্সবাদ, ফ্ৰয়েদবাদ সোমাইছিল, কিন্তু তাৰো বিশ্লেষণ ভাববাদৰ মাজেৰেহে মাজে মাজে হোৱা দেখা যায়।

সাম্প্ৰতিক কালৰ গদ্যৰ সময় নিৰূপন স্পষ্টভাৱে এটা সীমা-ৰেখা টানি কৰিব নোৱাৰি যদিও কিছুমান বিশেষ লক্ষণ, গদ্যৰ স্বৰূপ আৰু লিখকৰ ধ্যান-ধাৰণাৰ ওপৰত নিৰ্ভৰ কৰি আমি এটা সময় নিৰূপন কৰিব লাগিব। ত্ৰিশ, চল্লিশৰ দশক আৰু তাৰ অগা-পিচাকৈ প্ৰায় একেধৰণৰ গদ্য লিখক বহুকেইজন ওলাব। সেই সকলৰ ভিতৰত শৰৎ গোস্বামী, কালিৰাম মেধি, বাণীকান্ত কাকতি,

নীলমণি ফুকন, ভবানন্দ দত্ত, হেম বৰুৱা, ডিম্বেশ্বৰ নেওগ, বেণুধৰ শৰ্মা, দীননাথ শৰ্মা, জ্ঞাননাথ বৰা, অম্বিকাগিৰী ৰায়চৌধুৰী, ত্ৰৈলোক্য নাথ গোস্বামী, সূৰ্য্যকুমাৰ ভূঞা, অতুল হাজৰিকা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, নলিনীবালা দেবী, বিৰিঞ্চি কুমাৰ বৰুৱা, তীৰ্থনাথ শৰ্মা, ডাঃ হেম বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, নিৰ্মলপ্ৰভা বৰদলৈ, হোমেন বৰগোহাঞি, হীৰেণ গোহাঞি, ভবেন্দ্ৰনাথ শইকীয়া, কুলেন্দু পাঠক, দীনেশ গোস্বামী, যোগেশ দাস আদিৰ নাম সহজতে চকুত পৰে ।

অসমীয়া চুটিগল্পৰ জন্মদাতা বেজবৰুৱাৰ পিচৰ সাৰ্থক গাল্পিক শৰৎ গোস্বামী ( ১৮৮৭-১৯৪৫ )। এটা সুনিৰ্দ্দিষ্ট ভাষা শৈলীৰে গোস্বামীয়ে সুদীৰ্ঘকাল অসমীয়া ভাষা সাহিত্যলৈ বৰঙণি আগবঢায়। ‘গল্পাঞ্জলি , ‘ময়না’, ‘বাজিকৰ’ এই তিনিখন গল্পৰ পুথি, পাণিপথ’ নামৰ উপন্যাস, ‘পৰিদৰ্শন’ নামৰ লঘুচিত্ৰ আৰু গল্পৰ পুথিয়ে তেওঁৰ লিখনি সামৰি লৈছে । শিক্ষা সম্বন্ধীয বহু প্ৰবন্ধ গোস্বামীয়ে লিখি গৈছে । তেওঁৰ গদ্যৰ নমুনা এনেধৰণৰ -

“তেতিয়াবে পৰা যেতিয়াই সংসাৰৰ হাইউৰুমি সহিব নোৱাৰা হওঁ, যেতিয়াই সংসাৰৰ বেমেজালিত পাৰ মূৰৰ ঘিউ ধুনাধুন হয়, তেতিযাই পখীৰ এটি সুমধুৰ গীত শুনো আৰু সকলোপিনে দেখিবলৈ পাওঁ স্নিগ্ধ সৌন্দৰ্য্য, নতুন উৎসাহত কামত ধৰোঁ । যেতিয়া শোকে দুখে মন কাতৰ হয়, তেতিয়া পখীৰ এটি মধুৰ গীত শুনো, শুনো আৰু তাতে মোহ যাওঁ। এদিনাখন পখীটোক লগত লৈ মনৰ উদ গনিতে পৰ্ব্বতলৈ গলোঁ । দূৰৰপৰা প্ৰকৃতিৰ গাম্ভীৰ্য্যৰ প্ৰতিকৃতিলৈ মূৰ দোৱালোঁ । মনে মনে কলো, পৰ্ব্বত তুমি ধন্য ।” [পখী]

ওপৰৰ উদ্ধৃতিটোত সাহিত্যিক আবেদন হ'ল সংবেদনশীলতা। গদ্যৰ মাজতো এটা সবল নীতিধৰ্মীতা লক্ষ্য কৰিব পাৰি । শৰৎ গোস্বামীৰ জীৱনী লিখক অতুল বৰুৱাৰ মতে— “তেওঁৰ গদ্য ৰচনাৰ দুটা ধৰণ বা ঠাচ চকুত পৰে । এটা নিভাঁজ লিখিত অসমীয়া

আনটো নামনি অসমৰ শব্দ আৰু বচনভঙ্গী ব্যৱহাৰ কৰি লিখা ঠাচ। ভাষাৰ বিশেষত্ব নির্ভৰ কৰে ব্যাকৰণত, শব্দত নহয়। এই কথাটো তেওঁ নিজে উপলব্ধি কৰিছিল আৰু আনকো কৈছিল। "অসমীয়া ভাষাত উজনি নামনিৰ পাৰ্থক্য নাৰাখি শব্দ ব্যৱহাৰত উদাৰ-পন্থী হবলৈ প্ৰয়াস কৰিছিল। এনে কৰোতে তেওঁ কিন্তু অসমীয়া ব্যাকৰণৰ নিয়ম ক'তো কোনো প্ৰকাৰে লংঘন কৰা নাছিল। বৰ্ণবিন্যাস সম্পৰ্কে গোসাইদেউৰ মত আৰু বেছি বিদ্ৰোহী ধৰণৰ। তেওঁ সদায় উচ্চাৰণ মতে বৰ্ণবিন্যাস হব লাগে বুলি মত প্ৰকাশ কৰিছিল। তেওঁ যুক্তি দাঙি ধৰিছিল যে ভাষাৰ আৱশ্যক মনৰ ভাব প্ৰকাশৰ কাৰণে আৰু লিখাৰ আৱশ্যক মনৰ ভাব ভাষাত আবদ্ধ কৰি ৰাখিবৰ কাৰণে। এই মূলকথা পাহৰি ভাষাক ব্যাক-ৰণৰ প্ৰয়োগ বুলি ধৰিলৈ কাম কৰিবলৈ গলে বিচাৰশূন্য আচাৰৰ দৰে সি প্ৰায় অন্ধ সংস্কাৰৰ সমতুল্য হব।"

[ শৰৎ গোস্বামী : ১৫৬ পৃঃ ]

পাতল ৰস সংযোজন কৰি সমাজৰ দোষ-ত্ৰুটিবোৰ উদ্ভাৰি দেখুওৱা বেজবৰুৱাৰ পিচত গোস্বামীযেই হ'ল প্ৰথমজন গল্প লিখক। গল্পবোৰৰ বাকভঙ্গীতো অতি সৰল। গাৱলীয়া পটভূমিতেই তেওঁ বেছিভাগ গল্প লিখিছে। বিষয়বস্তুৰ আবেদনশীলতা আৰু ভাষাৰ সৰলতাৰ বাবে কোনোটো গল্পই ৰুচিবিগৰ্হিত হোৱা নাই।

অসমীয়া সাহিত্যৰ বুৰঞ্জীত চিন্তাশীল গদ্যৰ নায়ক নীলমণি ফুকন (১৮৮০-১৯৭৭)। ঐতিহাসিক দিশৰপৰা বিচাৰ কৰি চালে তেওঁ দ্বিতীয় মহাযুদ্ধৰ সময়ৰ লিখক। এক বলিষ্ঠ গদ্যৰ বলিষ্ঠ আবেদন ফুকনৰ গদ্যত পোৱা যায়। 'চিন্তামণি' আৰু 'সাহিত্য কলা'ত 'মহাপুৰুষীয়া ধৰ্ম' আৰু 'বাতৰি' ('বাতৰি'ৰ সম্পাদক আছিল) লুকাই আছে তেওঁৰ ৰহস্য সন্ধানী, বলিষ্ঠ গদ্যশৈলী। 'সময়' নামৰ প্ৰবন্ধত তেওঁ লিখিছে— "সময়ৰ শৰ মাৰিব নাজানিলে শৰ পছুৰ মঙহ খাবলৈ আশা কৰা মিছা। সেই শৰে শহাপছুকো মাৰিব

সোমাবে। ভোক চাপি যোৱাৰ পিচত মাছে, মঙহে এগাল খালেও পেটৰ বাহ গুচোৱা টান। বতৰ চাই কঠীয়া নেপেলালে জেঠৰ বাৰখৰত সিচিলে গুণ নধৰে। চোৰে ঘৰপেৰাটো উলিয়াই নিয়াৰ পচত সিন্ধিৰ মুখত চোৰ ধৰিবলৈ খাপ দি থাকিলে, বয়বস্তু উলিয়াই লৈ পথাৰৰ মুৰত পেলাই থৈ যোৱা শুদা পেৰাটোকো পোৱাৰ আশা নাথাকে। ৰোগে দেখা দিওঁতেই তুপালি ঔষধৰ ব্যৱস্থা নকৰিলে, ৰোগীক তুলসী গুৰিলৈ উলিয়াই ধনন্তৰি মাতিলেও কাম নিদিয়ে।"

[ সময় প্ৰবন্ধ ]

প্ৰখৰ বুদ্ধিদীপ্ত লিখকৰ বুদ্ধিদীপ্ত ৰচনা। 'অসমৰ ৰেকন' সত্যনাথ বৰাৰ দৰে ফুকনৰ বাক্যবোৰ চুটি চুটি অথচ চিত্ৰধৰ্মী। অলপ কথাৰ মাজত বহু কথা সোমাই থাকে। চুটি চুটি বাক্যৰে একেটা কথাৰে বহু উদাহৰণ দিছে। কোনোটোৱে আনৰ লগা ছাঁয়া নাই। ষোল অনাই অসমীয়া জলবায়ুত অসমীয়া পৰিবেশত জন্ম গ্ৰহণ কৰা নীলমণি ফুকনৰ ভাব-চিন্তা অসমীয়াৰ বাবেই কৰিছিল। তেওঁৰ লিখনিও তাৰেই প্ৰতিভূ। প্ৰখৰ বাগ্মীতা থকা ফুকনে পিচৰ কালত 'বাগ্মীবৰ নীলমণি' নামে পৰিচিত হয়। ফুকনৰ চুটি চুটি অথচ অৰ্থগৰ্ভ বাক্য কিছুমান মন কৰিবলগীয়া— "সময়ৰ জোখ কামতহে, ঘড়ীৰ কাইট কেইডালত নাই", "বুৰঞ্জী অতীতৰ প্ৰতিধ্বনি", "সময়ৰ টিকনিডাল হেনো আগফালে।" "মুঠতে সংস্কৃত আৰু খকুৱা অসমীয়া শব্দৰ সমন্বয়ে, বাক্য গঠনৰ কৌশলে, প্ৰশ্নাৰ্থক আৰু বিস্ময়-সূচক বাক্যাদিৰ সুকৌশলে ফুকনৰ বাক্য-ৰীতিক সৰলতা আৰু বাগ্মীতা দান কৰিছে।"

অম্বিকাগিৰী ৰায় চৌধুৰী (১৮৮৫-১৯৬৭) অসমীয়া সাহিত্য কাননৰ এক অনন্য ব্যক্তি। 'The style is the man', 'সাহিত্য সাহিত্যিকৰ মনৰ দাপোন' যদি হয় তেনেহলে সাহিত্যিক অম্বিকাগিৰীৰ সাহিত্যৰ প্ৰকৃত মূল্য 'শৈলী' বুজিবলৈ সমালোচক সত্যেন্দ্ৰনাথ শৰ্মাই ৰায়চৌধুৰীৰ বিষয়ে কোৱা তলৰ কথাখিনিৰ যথাৰ্থতা বুজিলেই হব।

"বজ্রনির্ঘোষ যেনেকৈ বিজুলী চিকমিক থকাৰ দৰে কঠিন শিলাময় পৰ্ব্বতৰ বুকুত জিৰ জিৰ নিজৰা থকাৰ দৰে, চন্দন দাৰুত সৌৰভ নিহিত থকাৰ দৰে আৰু কলীয়া কুলিৰ কণ্ঠৰ পৰা মধু নিঃসৃত হোৱাৰ দৰে অম্বিকাগিৰী ৰায় চৌধুৰীৰ ব্যক্তিত্বকো কঠিন কোমলৰ এক অভিনৱ সংযোগে বিশেষ আকর্ষণীয়তা দান কৰিছে। এহাতে তেওঁৰ সৰস্বতীৰ বীণা, আনহাতে তাণ্ডৱী শিৱৰ ডম্বৰু। --এহাতে তেওঁ ভাৰতীয় জাতীয়তা আৰু ঐতিহ্যত বিশ্বাসী, আনহাতে তেওঁ আকৌ অসমীয়াৰ স্বতন্ত্র ঐতিহ্য আৰু অস্তিত্ব ৰক্ষাত আপোচ নকৰা সংৰক্ষিণী নেতা। তেওঁৰ বাহ্যিক ব্যৱহাৰত ৰুক্ষতা কিন্তু অন্তৰত সংগীত মধুৰ কোমলতা বিৰাজমান। ---এনে বিপৰীতমুখী গুণৰ সম্মিশ্ৰণীয় সংযোগে অম্বিকাগিৰীক অসমীয়া সমাজ আৰু সাহিত্যত এক বিশেষ আসন দিছে।"

[ অম্বিকাগিৰী ৰায চৌধুৰী ৰচনাৱলী ]

'চেতনা', 'ডেকা অসম' কাকতৰ সম্পাদনা, 'ডেকা-ডেকেৰীৰ বেদ' আৰু 'আহুতি' নামৰ গদ্যপুথিৰ জন্মদাতা ৰায চৌধুৰী। ৰায চৌধুৰীৰ অগ্ৰজ বহুকেইজন গদ্য লিখকৰ গদ্যশৈলীৰ লগত তেওঁৰ গদ্যৰীতি নিমিলে এক স্বকীয় বৈশিষ্ট্যত তেওঁৰ গদ্যৰীতি প্ৰৱৰ্ত্তিত। কলম হাতত লোৱাৰ লগে লগে ভাব, অনুভূতি আৰু আবেগে তেওঁক এনে প্ৰচণ্ড গতিৰে পৰিচালিত কৰে যে তেওঁ ব্যাকৰণ শৃঙ্খলাৰ কথা পাহৰি যায়। তেওঁৰ গদ্যত সৰল নাইবা চুটিবাক্যৰ ব্যৱহাৰ কম। যেনে

"একেধৰণৰ পাৰিপাৰ্শ্বিকতা উদ্ভূত ভাষা, সংস্কৃতি, মনোবৃত্তি ভাৱ প্ৰকাশক ঠাচভঙ্গী, সামাজিকতা, জীৱন নিৰ্ব্বাহৰ প্ৰণালী, সাজ-কাচোনৰ ধৰা ধাৰণ আদিলৈ বাসকৰা লোক সমষ্টিযে কোনো এটা ভৌগলিক সীমাৰ ভিতৰত বিশেষ জনসমষ্টিৰ মাজত গঢ়ি উঠি সেই ভূমিখণ্ডক যি এখন দেশ বা প্ৰদেশ নামেৰে পৰিচিত কৰাই সেই দেশ বা প্ৰদেশখনৰ সেই পাৰিপাৰ্শ্বিক লোকসমষ্টিৰ মাজত আৰ

দেশী বা প্ৰাদেশীক জাতিৰ লোক কিছুমান আছি স্থায়ীভাৱে বাস কৰি থাকিলে, সি ভাষা, সংস্কৃতি, জাতীয়তা আদি সকলো বিষয়তে সেই দেশৰ, সেই জাতিৰ লোক বুলি গণ্য হব লাগিব ."

[ আহিছা যদি মোৰ লগত একেটা হৈ মিলি যোৱা, প্ৰবন্ধ ]

ওপৰৰ উদ্ধৃতিখিনি এটা বাক্যৰ অংশ বিশেষহে। এনে বাক্য আৰু বহু আছে। "বাক্যবোৰ দীঘল হোৱা বাবে কেতিয়াবা বাচ্যাৰ্থ অস্পষ্ট হৈ পৰে আৰু কেতিয়াবা ব্যাকৰণগত ত্ৰুটিও চকুত পৰে। ইংৰাজীত যাক rugged prose বুলি কোৱা হয়। ৰায় চৌধুৰীৰ গদ্যও সেইশ্ৰেণীত পৰে। এই গদ্যৰ চাকতা নাথাকিলেও শক্তি আছে আৰু ওজঃ গুণেৰে পৰিচিহ্নিত। তেওঁৰ গদ্যৰীতি মসৃণ, পৰিশীলিত নহয়। কিন্তু ইযাত শক্তিমত্তা তথা ওজস্বিতাৰ অভাৱ দেখা নাযায়।" তেওঁৰ "জগতৰ শেষ আদৰ্শ আৰু বিশ্ব-শান্তিৰ পথ" পুস্তিকা পঢ়ি পৃথিবীৰ বিখ্যাত পণ্ডিত ৰাছেলে ৰায় চৌধুৰীলৈ লিখিছিল— "মই আপোনাৰ পুস্তিকাখন বৰ আগ্ৰহেৰে পঢ়িলো। আপুনি কোৱা বহু কথাৰ লগত মই একমত।" সম-সাময়িক কালৰ কোনো লিখকৰ লিখনিতে ইমান তেজস্বিতা নাই। নামনি অসমৰ বিশেষকৈ বৰপেটাৰ প্ৰচলিত শব্দৰ প্ৰতি তেওঁৰ এটা মোহ আছিল বাবে— খদালি-ভদালি, উধাই-মুধাই, হনা-হনি, দবৰা-দবৰি আদি শব্দ তেওঁৰ লিখনিত ব্যৱহাৰ কৰিছিল।

কালিৰাম মেধি ( ১৮৮০-১৯৫৪ )—নীলমণি ফুকন, সত্যনাথ বৰা আদিৰ নিচিনা একে পৰ্য্যায়ৰ অন্য এজন লিখক হল কালিৰাম মেধি। বাক্যৰীতি চুটি অথচ প্ৰাঞ্জল আৰু সাৱলীল। চল্লিশৰ দশকৰ প্ৰায় কেইজন গদ্যলিখকৰ দৰে ফুকনৰ গদ্যটো সৃষ্টিধৰ্মী গদ্যৰ স্বৰূপ এটা লক্ষ্য কৰিব পাৰি। "বাপ্দীৰ গৌৰৱ বাঢনিয়াৰত" "কুটনিৰ বৰ কথা ভেমত নাই।" আদি ৰাক সত্যনাথ বৰাৰ লেখীয়া। কামৰূপৰ কথনভঙ্গীৰ চাপ এটা মেধিৰ গদ্যত লক্ষ্য কৰিব পাৰি।

গহীন, গম্ভীৰ, সংযমী আৰু পৰিশীলিত গদ্য লিখক হিচাপে ত্ৰৈলোক্য গোস্বামীৰ ( ১৯০৬-১৯৮৮ ) এখন সুকীয়া স্থান আছে। ইংৰাজী আৰু সংস্কৃত সাহিত্যত প্ৰচুৰ জ্ঞান থকা পণ্ডিত ব্যক্তি গোস্বামী। তেওঁ থলুৱা শব্দ, প্ৰচলিত ফকৰা-যোজনা, প্ৰবচন-প্ৰবাদ আদি বিচাৰি মুফুৰি এক উচ্চপৰ্য্যায়ৰ ভাষা নীতি গ্ৰহণ কৰা যেন লাগে। 'নন্দনতত্ত্বঃ প্ৰাচ্য আৰু পাশ্চাত্য, নামৰ পুথিৰ পাতনিত গোস্বামীয়ে নিজেই লিখিছে— "পুথিখনিৰ বিষয়বস্তু তত্ত্বানুসন্ধানীঃ গতিকে সাধাৰণ পাঠকৰ কাৰণে ই সুখপাঠ্য নোহোৱাই স্বাভাৱিক।" গোস্বামীয়ে সদায় সঠিক জোখ-মাখৰ ভিতৰত থাকি এটা পৰিশীলিত ভাষা তেওঁৰ গদ্যত ব্যৱহাৰ কৰিছিল—

"আমাৰ চাৰিওফালে থকা এই বিশ্বব্ৰহ্মাণ্ডখন নানা তৰহৰ বৈচিত্ৰপূৰ্ণ দ্ৰব্যৰ বিশৃঙ্খল সমষ্টি মাথোঁ নহয়। বিশ্বব্ৰহ্মাণ্ডৰ মাজত শৃঙ্খলা আৰু পৰিপাটী আছে। এই জগতখন জড়শক্তিৰ ক্ৰিয়াভূমি বুলি কোৱাও নাযায়। কাৰণ ই আধ্যাত্মিক শক্তিৰ এক পৰিকল্পিত ক্ষেত্ৰ। জাগতিক দ্ৰব্যসমূহ অপৰিবৰ্ত্তনশীল আইডিয়াৰ ছায়া মাথোন। এই দ্ৰব্যসমূহৰ পাৰমাৰ্থিক মূল্য নাই। ধী নাইবা বিচাৰ শক্তিৰহে পাৰমাৰ্থিক মূল্য আছে।"

ইযাত আৰম্ভণিৰ পৰা শেষলৈ গম্ভীৰ ভাব বিৰাজ কৰি থকা দেখা যায়। তেওঁ লিখা পঢ়ি যাওঁতে এনে অনুমান হয় যেন প্ৰথমতে গোটেই বিষয়টো খৰচি মাৰি জুকিয়াই লৈহে ব্যাখ্যা কৰি গৈছে। সাহিত্য সমালোচক, অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাই লিখাৰ দৰে— "প্ৰকাশ শৈলীৰ ফালৰপৰা বিচাৰ কৰিলে দেখা যায় বিষয়বস্তু অনুসৰি প্ৰকাশ শৈলীৰ ৰূপদান, উক্তি, স্পষ্টতাৰ অভাৱ, লক্ষ্যৰ অনিশ্চয়তা, স্ফুটীকৰণ অনিচ্ছুকতা আৰু পুনৰুক্তি আদিয়েই গোস্বামীৰ বৈশিষ্ট্য। ভাষাশৈলীৰ অনেক অপূৰ্ণতা থাকিলেও, প্ৰকাশ শক্তিৰ অনেক দুৰ্ব্বলতা থাকিলেও বিষয়বস্তু অনুসৰি ৰচনাশৈলীক শ্ৰীগোস্বামীয়ে এক গুৰুত্বপূৰ্ণ শাৰীলৈ উন্নত কৰিব পাৰিছে। তেওঁৰ আড়ম্বৰহীনতা, গম্ভীৰতা

আৰু নৈব্যক্তিক উদাসীনতাই তেওঁৰ শৈলীক এনে এটা স্বকীয়তা দান কৰিছে যাৰ ফলত অন্য লিখকৰ মাজৰপৰা তেওঁৰ ৰচনা সহজে বাছি উলিয়াব পাৰি।”

ডিম্বেশ্বৰ নেওগ অসমীয়া সাহিত্যৰ আন এগৰাকী সাৰ্থক গদ্য ৰচক। নেওগৰ গদ্যও অতি সৰল-সহজ আৰু নিভাজ অসমীয়া ভাষা ব্যৱহাৰ কৰি লিখা। আধুনিক কালৰ কিছুসংখ্যক লিখকৰ দৰে তেওঁ ঘকুৱা যোজনা, পটন্তৰ, ফকৰা, খণ্ডবাক্য পৰিহাৰ কৰি গদ্য লিখিবলৈ যত্ন নকৰে। বৰং এইবোৰৰ দ্বাৰা প্ৰকাশভঙ্গীৰ বৈচিত্ৰ্যতা সৃষ্টি কৰি বিষয়বস্তু আমেজ লগা কৰে।

“সাহিত্যই সংৰক্ষণৰ উপযোগী জীৱনৰ অমৰ অংশবোৰ বিনাশী কালৰ পৰা লুকুৱাই নিজ সঁফুৰাত ভৰাই ৰাখে। এটি স্বৰ্গীয় ভাব, এখনি সুন্দৰ মুখ, এটি মধুৰ ভঙ্গীমা এৰাবি মৌমাত এটি মিঠা হাঁহি আত্মাৰ অনন্ত যাত্ৰাত প্ৰতিটিয়ে একোটি আমোলন সম্বল, এবাৰ হেৰালে হেজাৰ ৰাজ্যধন দ ও ঘূৰাই আনিব নোৱাৰি। চিত্ৰাঙ্কণ, ভাস্কৰ্য্য আদি বিদ্যাৰ দৰে সাহিত্যই এই সকলোটি যুগমীয়া কৰি ৰাখিব পাৰে আৰু দাপোণৰ দৰে তাত অনন্ত যাত্ৰী সকলো লোকেই নিজ প্ৰতিবিম্ব দেখিবলৈ পায়।” [ সাহিত্যৰ আৱশ্যকতা ]

ওপৰৰ উদ্ধৃতিত থলুৱা আৰু তৎসম শব্দ দুয়োটাই আছে। প্ৰকাশভঙ্গীৰ সাবলীলতা আছে। সাহিত্যৰ নিচিনা টান বিষয় এটা পঢ়ি যাওঁতে আমনি নালাগে। অসমীয়া আধুনিক ভাষাত সুসংবদ্ধ আৰু পুংখানুপুংখ হিচাপে সাহিত্যৰ বুৰঞ্জী লিখক ডিম্বেশ্বৰ নেওগেই প্ৰথমজন ব্যক্তি।

প্ৰাচ্যৰ বিদগ্ধ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ সাহিত্য সৃষ্টি বিশ্বৰ থাৱে এক সম্মোহিত কাৰ্য্য। অসমীয়া সাহিত্যৰ বুৰঞ্জীলৈ সম্পূৰ্ণ কিতাপ হিচাপে এখনো আগবঢ়োৱা নাই। প্ৰবন্ধ হিচাপে বাঁহীত প্ৰকাশিত ‘রুচ অভিনয’, চেতনাত ওলোৱা ‘অনুবাদৰ কথা’, ‘ইউৰোপৰ ভাষা আৰু সাহিত্য’, আৱাহনত প্ৰকাশ পোৱা “স্পেনিছ

সাহিত্যত ৰোমিও জুলিয়েট”, ‘জাৰ্মান সাহিত্যৰ সপোন নাট’ গ্ৰীক সাহিত্যৰ গান, অসম সাহিত্য সভাৰ পত্ৰিকাত ওলোৱা “চক্ৰেটিচৰ মতে কবিৰ প্ৰকৃতি” আৰু তেওঁৰ নিজৰ অসম সাহিত্য সভাৰ অভিভাষণ আদিয়ে তেওঁৰ সৃষ্টি ধৰ্মীতাৰ পৰিচয় আমাক দিয়ে। ‘নৈষধ চৰিত’, ‘যশস্তিলক’, ‘সেতুবন্ধ’ ইংৰাজীত লেখা গ্ৰন্থ।

ইমান কমসংখ্যক প্ৰবন্ধ লিখি বিশ্ববৰেণ্য ৰচক হোৱাৰ সৌভাগ্য অতি কম মানুহৰ ভাগ্যতহে ঘটে। সন্দিকৈ সংস্কৃত সাহিত্যত বিদগ্ধ পণ্ডিত আছিল বাবে তেওঁৰ প্ৰায়বোৰ গদ্যত ঘৰুৱা অসমীয়া ঠাচৰ শব্দৰ ব্যৱহাৰ কম। তাৰ ঠাইত সংস্কৃত শব্দৰ প্ৰভাবহে বেছি দেখা যায়। সেয়া হলেও ব্যৱহৃত ভাষাত কঠিনতা নাই। মানুহে বুজি পোৱাকৈ অতি স্পষ্ট ভাষাৰে তেওঁ সদায় ভাব প্ৰকাশ কৰিবলৈ যত্ন কৰে বাবে তেওঁৰ লিখনি জনসাধাৰণৰ মাজত প্ৰিয়। তেওঁৰ গদ্যৰ স্বৰূপ এনেধৰণৰ—

“গ্ৰীক কাব্য সাহিত্যত স্বদেশ প্ৰেমৰ সুৰ যেনে ধৰণে শুনা যায় সংস্কৃত সাহিত্যত তেনেধৰণে শুনিবলৈ পোৱা নাযায়। স্বদেশৰ কাৰণে জীৱন দানৰ গৌৰবময় চিত্ৰ ইউৰি পিডিছে তেওঁৰ এখন নাটকত আঁকিছে। ছফক্লিছে তেওঁৰ এখন নাটকৰ কোৰাছ গানত এথেন্সৰ ওচৰৰ কলনাছ চহৰৰ যি বৰ্ণনা দিছে সি গোটেই গ্ৰীক সাহিত্যতে বিখ্যাত। কবিৰ এই গানত আকাশী নিয়ৰ পাই ঠন ধৰি উঠা মনোমোহা থোপাৰে ফুলি থকা নাৰ্কিচাচ ফুল আৰু স্বৰ্ণকান্তি কুঙ্কুম কুসুমৰ শোভা জিলিকি উঠিছে।”

[ গ্ৰীক নাটকৰ গান ]

সন্দিকৈয়ে বিভিন্ন বিষয়ক ত্ৰিশটা অতি মূল্যবান প্ৰবন্ধ অসমীয়াত লিখি গৈছে। প্ৰতিটোৰ বিষয়বস্তু, প্ৰকাশভঙ্গী, ভাষা ইমান উচ্চপৰ্য্যায়ৰ যে প্ৰতিটো প্ৰবন্ধ এচপৰা সোণ। ডঃ মহেন্দ্ৰ বৰাই লিখিছে—“আটাইতকৈ বঢ়া কথাষাৰ হ’ল, সন্দিকৈদেৱে লেখক জীৱন আৰম্ভ কৰিছিল বিলাতৰ পৰা উভতি আহি কোট-পটলুঙৰ

আহুকলীয়া পোচাকটো। খহাই ধুতি-চাদৰ পিন্ধি অসমীয়া মানুহ হৈ অসমীয়া ভাষাৰে।" [ প্ৰকাশ ৭ম বছৰ, ১০ম সংখ্যা ]

ইযাৰ পৰাও এটা সিদ্ধান্তলৈ আহিব পাৰি যে সন্দিকৈয়ে যি অলপ অচৰপ অসমীয়া ভাষাত লিখিছিল সি সম্পূৰ্ণ অসমীয়া গঢ়ৰ—সৌষ্ঠৱপূৰ্ণ অসমীয়া গদ্য।

অসমীয়া গদ্য সাহিত্যৰ ইতিহাসত জ্যোতিপ্ৰসাদ আগৰৱালাৰ (১৯০৩-১৯৫১) নামো লব লাগিব। আগৰৱালা মূলতঃ গীতিকাৰ, কবি, নাট্যকাৰ, গায়ক, অভিনেতা, শিল্পী। কথাসাহিত্যৰ সৃষ্টিতো তেওঁৰ অবদান একেবাৰে নগণ্য নহয়। তেওঁৰ গল্প, উপন্যাস আৰু সৃষ্টিশীল এশ-একুৰি প্ৰবন্ধৰ নাম কিতাপৰ এটা পৃষ্ঠাত নাটে। 'জ্যোতিপ্ৰসাদ ৰচনাৱলী'ৰ ভূমিকাত ড° সত্যেন্দ্ৰনাথ শৰ্মাই জ্যোতি-প্ৰসাদৰ প্ৰকৃত স্বৰূপ উদ্ঘাটন কৰি লিখিছে

"জ্যোতিপ্ৰসাদ আগৰবালা হ'ল অস্থিয়ে-মজ্জাই শিল্পী। প্ৰকৃত শিল্পী সদায় বিপ্লৱী কাৰণ নতুন ৰচনা কৰিবলৈ, নতুন পথেদি যাবলৈ আৰু আনে তুৰৱি বন মাৰি যোৱা পথেদি নগৈ নতুন পথ লবলৈ হলে বিপ্লৱী মনোভাব আৰু সাহসৰ প্ৰয়োজন।" জ্যোতিপ্ৰসাদ আছিল তেনে সাহসী বীৰ-সাহিত্যিক। শব্দৰ যাদুমন্ত্ৰেৰে সকলোকে মুগ্ধ কৰিব পৰা ক্ষমতা তেওঁৰ আছিল অসীম। "শব্দ ব্ৰহ্মৰ যাদু-কৰী শক্তি তেওঁ কৰায়ত্ত কৰিছিল। শব্দৰ ধ্বনি আৰু ব্যঞ্জনা সম্পৰ্কেও তেওঁ অৱহিত আছিল আৰু প্ৰয়োজনবোধে শব্দৰ নতুন ৰূপ তেওঁ সৃষ্টি কৰি লৈছিল।" শব্দৰ মায়াজাল পাতি তেওঁ সকলোকে মুগ্ধ কৰিব পাৰিছিল—

"আৰ্য্যৰ বেদ-বেদান্ত উপনিষদৰ চিন্তা-জ্ঞানধ্যান-মানৱ প্ৰকৃতিৰ বিষয়ে-অভ্ৰান্ত-সুগভীৰ অভিজ্ঞতা, জাগতিক সকলো বিষয়ৰেই হেজাৰ বছৰ ধৰা নিৰ্ভুল অভিজ্ঞতাৰ পৰা হোৱা চূড়ান্ত সিদ্ধান্ত হৈছে কৃষ্ণ। মানুহৰ জীৱনৰ মহা অৰ্থ হৈছে কৃষ্ণ। কৃষ্ণ যি সত্যৰ প্ৰতীক সেই সত্যৰ ওপৰতেই আৰ্য্যৰ আন্তৰিক আৰু বাস্তৱিক জীৱন প্ৰতিষ্ঠিত। সেই সত্যৰ আলোকতে জীৱন নিয়ন্ত্ৰীত।" [ শিল্পীৰ পৃথিৱী ]

জ্যোতিপ্ৰসাদৰ গল্প আৰু প্ৰবন্ধৰ ভাষাত সাৱলীলতা আছে। প্ৰাসঙ্গীকৰ পৰা আতৰি কেতিযাও অপ্ৰয়োজনীয় ভাবে বেছি কথা কোৱা নাই। জ্যোতিপ্ৰসাদ শিল্পী-বিপ্লৱী। বিপ্লৱী মনৰ উৎসাহ আৰু আবেগ প্ৰবলভাবে গতি কৰাৰ ফলত তেওঁৰ গদ্যৰ কোনো কোনো বাক্য অতিশয় দীঘলীয়া হৈছে। যেনে

"প্ৰকৃতিত বাৰিষাৰ নৱজীৱন সঞ্চাৰিণী প্লাবনে যেনেকৈ ধুমুহা, বিজুলী, বজ্ৰপাতৰ ভয়াবহ মূৰ্ত্তিৰ মাজেদি বিয়পি পৃথিৱীৰ উদ্ভিদ জীৱনত নতুন সৃষ্টিক জগাই দিছে, সৌন্দৰ্য্যৰ নতুন প্ৰকাশ, জীৱন ধাৰণৰ নতুন সামগ্ৰিক বিকশিত কৰি তুলিছে সেইদৰে আমাৰ জীৱনৰ ওপৰেদি বাগৰি যোৱা নতুন ভাবৰ, নতুন সাংস্কৃতিক সৃষ্টিৰ আশাৰ বৈপ্লৱিক প্লাবনেও তাৰ বুকুত বান্ধি লৈ অহা সেই নতুন প্ৰেৰণাৰ বীজবোৰ আমাৰ মনত, আমাৰ হৃদয়ত, আমাৰ মনীষাত, আমাৰ প্ৰতিভাত সপি দি আমাৰ এক অভিনৱ সাংস্কৃতিক জীৱনৰ সৃষ্টি কৰক।" [নতুন পূজা]

জ্যোতিপ্ৰসাদৰ ধ্যান ধাৰণা, আদৰ্শ বিশ্বাস কৰ্ম সকলোবোৰ এজন মহান স্ৰষ্টা, এজন মহান শিল্পীৰ আদৰ্শ স্বৰূপ সেয়ে তেওঁৰ লিখনিও তাৰেই প্ৰতিভূ হৱয়।

জ্যোতিপ্ৰসাদৰ দৰেই অন্য এজন শিল্পী, সাহিত্যিক, গায়ক, নৃত্য বিশাৰদ, অভিনেতা হ'ল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। (১৯০৯-৬৯) তেওঁৰ যাযাবৰি জীৱনত যি বিপুল সাহিত্যৰাজিৰ সৃষ্টি কৰিছিল উপযুক্ত সংৰক্ষণৰ অভাৱত তাৰ বহুলাংশই এতিয়া বিস্মৃতিৰ অন্ধকূপত লীন গ'ল। এতিয়া হাতত থকা সমূহৰ কিয়দাংশ হ'ল ভাৰতীয় সঙ্গীত, নৃত্যকলা, চৰ্য্যাপদৰ কথা, বিহু, ন-পৃথিৱীৰ নতুন যুগ, সপোন কুঁৱৰী, নীলাম্বৰ, জ্যোতিপ্ৰভা, শঙ্কৰদেৱ, মাধৱদেৱ, বিশাল ব্ৰহ্মপুত্ৰ ইত্যাদি। "আমি মনত ৰাখিব লাগিব যে বিষ্ণুপ্ৰসাদ ৰাভাৰ বহুধা বিভক্ত ব্যক্তিত্বক তেওঁৰ ৰচনাৰাজিৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি। তেওঁৰ জীৱনৰ বিভিন্ন অভিজ্ঞতা, বিভিন্ন ৰাজনৈতিক সামাজিক

দৃষ্টিকোণ তেওঁৰ সাংস্কৃতিক চৰ্চ্চা ইত্যাদি সকলোখিনি মিলিয়েই তেওঁ মানুহজন আছিল।

অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জী লিপিবদ্ধ হোৱা আৰু এশিয়া লৈকে আলোচনা কৰা গদ্য লিখকসকলৰ গদ্যৰ প্ৰকৃতিৰ লগত বা ৰ গদ্যৰ প্ৰকৃতি সম্পূৰ্ণ বেলেগ ধৰণৰ। নৃত্য সঙ্গীত বাদ্য তাল মান ৰাগ সম্পৰ্কে যিবোৰ আলোচনা তেওঁ আগবঢ়াইছে তাৰ গদ্যৰশৈলী বিশেষভাবে বিচাৰ্যা বিষয় নহয় বিচাৰ্য্য বিষয় হৈছে তাৰ অন্তৰ্নিহিত আবেদন আৰু তাৰ প্ৰমূল্য। ভাৰতীয় সঙ্গীতৰ শ্ৰেণী ৰাগ ৰাগিনীৰ বিভাগিকৰণ শুদ্ধ স্বৰ বিকৃত স্বৰ যুগলবন্দ ৰাগমালা চতুৰঙ্গ গজল আদি গীতৰ ধৰণ কৰণ আদিৰ বিষয় তেও যি উচ্চপৰ্য্যায়ৰ ব্যাখ্যা দাঙি ধৰিছে ভৰতমুণিৰ নাট্যশাস্ত্ৰ শাঙ্গধৰৰ সঙ্গীত ৰত্নাকৰ নন্দিকেশ্বৰ সঙ্গীত দামোদৰ আদি যি প্ৰাচীন শাস্ত্ৰৰ উদ্ধৃতি দিছে সেইবোৰেই ৰাভাৰ সাহিত্য কৃতিৰ উজ্জল চানেকি

স্বাধীনোত্তৰ কালৰ অসমীয়া গদ্য সাহিত্যৰ লেখক সমালোচক সকলৰ ি তৰত বাণীকান্ত কাকতি ৮৯৪ ১৯৫২। সৰ্ব্বশ্ৰেষ্ঠ ব্যক্তি বুলি কলেও অত্যুক্তি নহব। পুৰণি অসমীয়া সাহিত্য সাহিত্য আৰু প্ৰেম কলিতা জাতিৰ ইতিবৃত্ত পুৰণি কামৰূপৰ ধৰ্মধাৰা পখিলা নতুন অসমীয়া সাহিত্য বিধিবদ্ধ প্ৰবন্ধ আদি উচ্চ পৰ্য্যায়ৰ লিখনিত তেওঁৰ পাণ্ডিত্য মননশীলতা আৰু বিষয়বস্তুৰ গভীৰতম দিশত উপনীত হব পৰা ক্ষমতৰ আভাস পোৱা যায়। অসমীয়া ইংৰাজী আৰু সংস্কৃত ভাষাত অগাধ পাণ্ডিত্য থকা কাকতিয়ে অকাট্য যুক্তি বিশ্লেষনাত্মক দৃষ্টিভঙ্গী আৰু বৈজ্ঞানিক চিন্তা চৰ্চ্চাৰে আলোচ্য বিষয়বস্তু দাঙি ধৰে। তিনিওটা ভাষাতে সমানে বুৎপত্তি থকা বাবে তেওঁৰ মানসিক দিগ্বলয় সুদূৰপ্ৰসাৰী আৰু ভাব সম্পৰ্ক বহুমুখী হৈছিল। ড মহেশ্বৰ নেওগে কাকতিৰ ভাষাতত্ত্ব জ্ঞান সম্পৰ্কে লিখিছে— কাকতিয়ে তেওঁৰ পাণ্ডিত্যক দুখন বহল ক্ষেত্ৰত প্ৰয়োগ কৰিছিল। তাৰে এখন হ ল ভাষাতত্ত্বৰ আৰু আনখন হ ল ভাৰত

তত্ত্বৰ। পিছৰখনৰ ক্ষেত্ৰত তেওঁ জীৱনৰ কৰ্মৰ মাজত পলমকৈ প্ৰবেশ কৰিলে। গতিকে ভাৰততত্ত্ব বা প্ৰাচ্যতত্ত্বৰ সমাজখনত তেওঁ প্ৰায় অপৰিচিত হৈ ৰ'ল। কিন্তু ভাষাতত্ত্বৰ পৃথিবীখনে সময়মতে তেওঁৰ চিনাকী হৈছিল আদৰ কৰিছিল।"

সংস্কৃত সাহিত্যত অগাধ পণ্ডিত কাকতিৰ লিখনিত জতুৱা ঠাচ, প্ৰবাদ-পটন্তৰ, ফকৰা-যোজনাৰ ব্যৱহাৰ কম। তাৰ ঠাইত তেওঁ তৎসম শব্দ বেছি ব্যৱহাৰ কৰিছে। এনে নীতিয়ে তেওঁৰ লিখনি বেছি গম্ভীৰ কৰিছে যেনে—"সংস্কৃত নাটবোৰত এই অস যত করুণ ৰসে বানপানীৰ দৰে সকলোকে উটাই লৈ যায়। উন্মাদ, মূৰ্চ্ছা, চিত্ত-বিভ্ৰম আদি আকাৰেই সংস্কৃত নাটক সাহিত্যত প্ৰকাশ পায়। অসংযত শোক ৰস প্ৰকাশ কৰোতে কবিসকলে অনেক সময়ত বহি-ৰ্জগতখনকো শোকৰ প্ৰতিমূৰ্ত্তিৰূপে চিত্ৰিত কৰে। নায়ক-নায়িকা সকলৰ গভীৰ মানসিক অশান্তিত প্ৰকৃতি দেবীয়েও বিদ্যুৎ, ধুমুহা বৰষুণতে নিজৰ অশান্তিৰ পৰিচয় দিয়ে। কিন্তু সংযত শোকৰ স্থায়ৰ প্ৰকৃতি একেবাৰেই অন্ধকাৰৰ প্ৰতিমূৰ্ত্তিৰূপে কল্পিত নহয়। জীৱন ৰসৰ প্ৰধান লক্ষ্য আনন্দৰ মূল স্বৰূপ মানসিক সংযমৰ ওপৰত প্ৰতিফলিত হৈ ভীষণ মৰ্মদাহ স্বৰূপেই জ্বলি থাকে।"

[ সাহিত্যত করুণ ৰস ]

কাকতিৰ ৰচনাৱলীৰ ভূমিকা লিখোতে ডঃ মহেশ্বৰ নেওগে কাকতিৰ গদ্যৰীতি সম্পৰ্কে লিখিছে—"আলোচকৰ বাহ্যিক এটি সম্বল প্ৰকাশিকা শক্তিসম্পন্ন ভাষাৰীতি। কাকতিৰ ভাষা সোৰাদেই নহয়, নিপোটল অৰ্থাৎ, balanced সন্তুলিত। জতুৱা ঠাচেই যে এটা ভাষাৰ প্ৰাণ এই কথা মৃত্যুৰ চাৰি বছৰমান আগেয়ে লিখা প্ৰবন্ধ এটাত তেওঁ সুন্দৰকৈ দেখুৱাইছে। অসমীয়া ভাষাৰ জতুৱা ঠাচৰ গৰাকী তেওঁ নহয় কিন্তু নিজৰ উপমা আৰু নিজৰ গঠনৰীতি ব্যৱহাৰ কৰিছিল আৰু সেই ব্যৱহাৰে ভাষাক এটা অভিনৱ ঘৰুৱা ৰূপ দিছিল।" যেনে— "হিমালয়ৰ নিভৃত শৃঙ্গৰ ওপৰত স্তূপীকৃত হৈ

থকা এক অনন্ত তুহিন ৰাশিয়েই গলি গৈ থকা ভৈয়ামত নানান নদ-নদী স্বৰূপে অৱতীৰ্ণ হোৱাৰ দৰে এই তিনিও ধাৰাই মূল কাৰণ হৈছে মাধৱদেৱৰ ৰসময়ী ভক্তিৰ গভীৰ আবেগ।"

"সূৰ্য্যোদয়ৰ লগে লগে মনত যি অদম্য আশাৰ সঞ্চাৰ হয়, হৃদয়ত শূণ্যৰ লগত মিহলি হৈ যাবৰ যি আবেগ হয়, সূৰ্য্যাস্তৰ সময়ত আত্ম বিশ্লেষণ কৰি চালে সেই উদ্দাম উৎসাহৰ শতাংশৰ এভাগো কামত পৰিণত নহয়। পুবাৰ নৱবিকশিত জীৱনোচ্ছাস সকলোৰে জীৱনত সন্ধিযাৰ নৈৰাশ্যৰ দীৰ্ঘ নিশ্বাসৰূপে বাহিৰ হয়।"

[ সাহিত্যত করুণ ৰস ]

কাকতিৰ গদ্যৰ সাৱলীলতা ইমান বেছি আছিল যে কোনো কোনো ঠাইত এনে গদ্যই এটা কাব্যসুলভ স্বৰূপ পৰিগ্ৰহণ কৰিছিল। যেনে—"মৰুভূমিত উটে পানীৰ গোন্ধলৈ জলাশয বিচৰাৰ দৰে তৃষিত মানব সকলেও বৰগীতৰ ধ্বনি-প্ৰতিধ্বনিক লক্ষ্য কৰি গুৰু দুজনাৰ ওচৰত উপস্থিত হৈছিল।" ( বৰগীত ) আকৌ "গোটেই কবিতাটো জোনাকী নিশাৰ আকাশী পৰীৰ লীলাখেলা যেন লাগে।"

[ কুমৰ হৰণ ]

"প্ৰবল বেগেৰে বৈ যোৱা বিশাল জলৰাশিৰ আগভেটি ধৰা উপল মণ্ডল প্ৰতি তৰঙ্গ আঘাত মাথোন।" [ নামঘোষা প্ৰবন্ধ ]

এনে প্ৰাঞ্জল কাব্যধৰ্মী তেওঁৰ কথাৰীতি সাহিত্য সৌন্দৰ্য্যৰ পথ প্ৰদৰ্শক বুলি সহজতে মন্তব্য কৰিব পাৰি। কাকতিয়ে গদ্যত ব্যবহাৰ কৰা নিজা উপমা আৰু চুটি চুটি বাক্যৰ উদাহৰণ এনেধৰণে দিব পাৰি—

মৌ-মাখিয়ে ফুলে ফুলে উৰি মধু আহৰণ কৰি মৌচাক নিৰ্মাণ কৰে, সেই চাকৰ কিমান আদৰ। মকৰাই কিন্তু নিজৰ পেটৰ পৰা বিজলুৱা এঠা উলিযাই জাল বয। তিৰোতাই বাটনিৰে সেই কৃত্তিম সুতাৰ জাল সাৰি পেলায়। নিৱয় সাধকসকল মৌ-মাখিৰ নিচিনা হব লাগিব। তেওঁলোকে বুৰঞ্জীৰ নানান যুগৰ ৰাজনীতি,

সমাজনীতি, সাহিত্য বিজ্ঞানৰ মৌ আহৰণ কৰি আদৰ্শৰ মৌচাক গঢ়ি তুলিব লাগিব।" [ নীৰৱ সাধনা ]

"ভীমৰ গদা ঘূৰাবলৈ হলে আগতে ভীমৰ বল অৰ্জন কৰিব লাগে।" 'থাউনি পানীৰ পৰা কোনে নোজোখা পানীত খোজ দিব।" আদি বাক্য কাকতিৰ নিজা উদ্ভাৱনী শক্তি আৰু চুটি চুটি বাক্যৰ ব্যৱহাৰৰ নমুনা। কোনেও কেতিয়াও মন নকৰা সাধাৰণ অসমীয়া শব্দৰ মধুৰ ব্যৱহাৰেৰে কাকতিয়ে গদ্যৰীতিক এক মধুৰ ৰূপ দিছে। যেনে "শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে।"

কাকতিৰ Assamese Its Formation and Development নামৰ গৱেষণা গ্ৰন্থখন ১৯৪১ চনত ছপা হৈ ওলোৱাৰ পিচৰ পৰাই "ভুত লগা দি লাগি থকা অসমীয়া ভাষাৰ এটা অপবাদ গুচাই বৈজ্ঞানিকভাৱে সেই ভাষাৰ স্বতন্ত্ৰতা প্ৰতিষ্ঠা কৰে।" অসমীয়া গদ্য সাহিত্যৰ এনে বৈজ্ঞানিক গতিশীলতাই, সহজ-সৰল আৰু স্পষ্ট ৰূপাৰেখাই কাকতিৰ উত্তৰকালৰ লিখকসকলক সুদূৰপ্ৰসাৰী পথৰ সন্ধান দিছিল। এক কথাত ডঃ বাণীকান্ত কাকতিৰ গদ্যৰীতি আধুনিক অসমীয়া গদ্যৰীতিৰ এক আদৰ্শ পিতৃ।

অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত •ৰ্যনাথ শৰ্মাৰ নামো লব পাৰি। ( ১৯১১-১৯৮৬ ) সংস্কৃত ভাষা-সাহিত্যত অগাধ পণ্ডিত শৰ্মাৰ লিখনিও সংস্কৃত শব্দ প্ৰধান, তত্ত্বমূলক আৰু আলোক সন্ধানী। তেওঁ এটা উচ্চ, গম্ভীৰ পৰিবেশযুক্ত ভাষা ব্যৱহাৰ কৰিছে। তেওঁ ভাবে আমাৰ উত্তৰ পুৰুষসকলে সাংখ্য আৰু বেদান্তৰ মাজেৰে জীৱন আৰু ঈশ্বৰ সম্বন্ধে শুদ্ধকৈ বুজক। বাচি বাচি শব্দ প্ৰয়োগ কৰাত শৰ্মা সিদ্ধহস্ত। সেইবাবেই লিখনিৰ আৰম্ভণিৰ পৰাই তেওঁৰ গদ্যত সংযম আৰু গাম্ভীৰ্য্যতাৰ আভাস পোৱা যায়। "ভাৰতীয় আদৰ্শত ত্যাগ আৰু আদৰ্শৰ স্থান অতি উচ্চ, কিন্তু এই ত্যাগ নোহোৱাৰ নালাগে বোলা ত্যাগ আৰু নোপোৱাৰ অসন্তোষত ওপজা বৈৰাগ্য নহয়। প্ৰকৃততে ত্যাগ বা বৈৰাগ্য এটা মনোধৰ্ম। নিষ্কৰ্মাৰ জিৰণি

কথাটো যেনেকৈ অৰ্থহীন, নথকাৰ ত্যাগ অ'ৰ লাগে লাগে বুলি হাবাথুৰি খাই নোপোৱাৰ পিছত বিৰক্তি ৰূপ বৈৰাগাও জীৱন যুজত পৰাজয় বৰণৰ তুল্য। থাকিও সংযতভাবে ভোগ কৰা আৰু সংবিভাজনৰ দ্বাৰা সংবৃদ্ধিৰ সদগতি ঘটোৱাতোহে প্ৰকৃত ত্যাগ। পালেও নিৰাসক্ত হৈ থকাতহে প্ৰকৃত বৈৰাগ্য। ভাৰতীয় আদৰ্শত গৃহ-জীৱনৰ কৰ্ত্তব্য সম্পাদন কৰি উঠাৰ পিচতহে বানপ্ৰস্থ আৰু সৈন্যাসৰ বিধান দিয়া হৈছে।" [ ভাৰতীয় আদৰ্শত বৈৰাগ্য ]

শৰ্মাৰ সকলোবোৰ লিখনিয়েই সংস্কৃত শব্দ বহুল নহয়। বলিষ্ঠ লিখকৰ শব্দৰ পথাৰখনো বৰ বহল। শৰ্মাই তেওঁৰ বহু লিখনিত থলুৱা বচনভঙ্গীকো স্থান দিছে যাৰ ফলত লিখনি পৰিচিত আৰু আপোন আপোন লগা হৈছে। শৰ্মাৰ লিখনিৰ বিশেষ গুণ হ'ল- সংযমশীলতা আৰু গাম্ভীৰ্য্যতা। শৰ্মাই সংস্কৃত শব্দ আৰু অসমীয়া জতুৱা ঠাচৰ মণিকাঞ্চন সংযোগ ঘটাই এটা সুন্দৰ গদ্যৰীতিৰ সৃষ্টি কৰিছিল।

অসমীয়া গদ্য সাহিত্যৰ বুৰঞ্জীত উচ্চপৰ্য্যায়ৰ গদ্য লিখক হিচাপে ৰাধানাথ ফুকনৰ ( ১৮৭৫-১৯৬৪ ) নামো উল্লেখ কৰিব পাৰি। গীতা, ভাগৱত তথা ভাৰতীয় দৰ্শনৰ অতি তথ্যগধুৰ বিষয় বিচুমানৰ সহজ-সৰল ব্যাখ্যা দাঙি ধৰি ফুকনে তেওঁৰ সংস্কৃত ভাষাৰ ওপৰত থকা গভীৰ জ্ঞানৰ পৰিচয় দিছে। ভাৰতীয় দৰ্শনৰ তথ্যগধুৰ কথাবোৰ সংবেদনশীল ভাষাৰে দাঙি ধৰা ফুকন আধুনিক অসমীয়া গদ্য সাহিত্যৰ অনন্য ব্যক্তি। তেওঁৰ গদ্যৰ নমুনা এনেধৰণৰ—

"শক্তিৰ ক্ৰিয়া যেনেধৰণে নিয়মৰ অধীন, ভাবৰ ক্ৰিয়াও তেনেধৰণে নিয়মৰ অধীন, প্ৰভেদ এই যে শক্তিৰ ক্ৰিয়াৰ নিয়মাৱাৰ আমি জানো বা অঙ্ক কৰি উলিয়াব পাৰো। দুটা বা অধিক শক্তিৰ সমষ্টি ফল আমি গণনা কৰি উলিয়াব পাৰো, কিন্তু ভাবৰ ক্ৰিয়াৰ নিয়মবোৰ আজিলৈকে আমি জানিব পৰা নাই। তথাপি আমি জানো যে ভাবৰ ক্ৰিয়াবো নিয়ম আছে, যেন সঙ্গাৎ সঞ্জায়তে কামঃ' ইত্যাদি।

বহিৰ্জ্জগতৰ শক্তিৰ ক্ৰিয়া যেনেকৈ আমাৰ অধীন নহয়, সেইদৰেই অন্তৰ্জ্জগতৰ ভাবৰ ক্ৰিয়াও আমাৰ অধীন নহয়। আমিহে সিহঁতৰ অধীন। আমি ইচ্ছা কৰিয়েই যেতিয়াই তেতিয়াই ধং বা বং কৰিব নোৱাৰো।" [ গীতাৰ পাতনি ]

থলুৱা বা ঘৰুৱা শব্দৰ প্ৰয়োগ উদ্ধৃতিটোত বিশেষ নাই। বিষয় অনুযায়ী ভাবৰ গাম্ভীৰ্য্য ৰক্ষা কৰিবলৈ লিখকে উচ্চপৰ্য্যায়ৰ শব্দ ব্যৱহাৰ কৰিছে, কিন্তু ভাষা দুৰ্ভোধ নহয়। ফুকনে তেওঁৰ ব্যক্তিগত জীৱনত যেনেধৰণে উচ্চ নৈতিকতা ৰক্ষা কৰি চলে, সাহিত্য সৃষ্টিতো তেনে এটা উচ্চ আদৰ্শ প্ৰকাশৰ ইচ্ছা কৰে।

অসমীয়া গদ্য-সাহিত্যৰ বুৰঞ্জীত এটা নতুন যুগৰ সৃষ্টি কৰা, চল্লিশৰ দশকৰ পিচৰ শ্ৰেষ্ঠ ৰচক হ'ল •বুৰঞ্জীবিদ বেণুধৰ শৰ্মা (১৮৯৪-১৯৮১)। শৰ্মাৰ লিখনি সমূহ হ'ল— 'ৰবিনচন ক্ৰুচ', 'ৰাংপাতা', জৱহৰলালৰ জীৱনী', 'গঙ্গাগোবিন্দ ফুকন, 'মণিৰাম দেৱান', দূৰবিণ, সাতাৱান ছাল, কংগ্ৰেছৰ কাছিয়লি ৰ'দত, 'অৰ্ঘাবলী' বিভিন্ন বুৰঞ্জীমূলক প্ৰবন্ধ, দক্ষিণপাট সত্ৰৰ বুৰঞ্জী আদি।

বেণুধৰ শমাৰ লিখনিবোৰ পঢ়ি এনে অনুমান হয় যেন তেওঁৰ আগৰ আৰু সমসাময়িক গদ্য লিখক সকলতকৈ এটা স্বকীয়া সম্পূৰ্ণ ঘৰুৱা, যতুৱা ঠাচত গদ্য লিখিম বুলি প্ৰতিজ্ঞাহে কৰি লৈছিল। তেওঁ সাধাৰণতে পুৰণি অসম বুৰঞ্জীৰ সৰু সৰু ঘটনাবোৰ বাচি লৈ তাক নতুন দৃষ্টিভঙ্গীৰে চালি-জাৰি চাই নতুন ৰূপ দি.ছল। বুৰঞ্জীৰ নিৰস কাহিনীৰ ওপৰত ঘৰুৱা, অসমীয়া ঠাচ এটা প্ৰয়োগ কৰি শমাই এক 'কালিকা লগা' ভাষাৰ সৃষ্টি কৰিছিল।

শমাৰ ঘৰুৱা শব্দৰ ব্যৱহাৰ এনেকুৱা—"দৈয়াঙৰ গৰাৰ পৰাই লুংলুঙীয়া বাট, দুই নৈৰ মুখলৈকে জুটুলা-জুটুলী গছ, বগৰী বিৰিণাই পথাৰখন ছাটি পেলাইছে। মিৰি গাঁৱৰ গৰুটো, ছাগলীটো তাতেই চৰেগৈ। দৈয়াঙৰ পূৱপাৰে বহু গাঁও। গাঁৱখনত মানুহে যেনেকৈ ঘিট-ঘিটাই থাকে, বিজাৰ্ডৰ হাবিতো তেনেকৈ বনৰীয়া হাতীয়ে চিঞৰি থাকে।"

যজ্ঞেশ্বৰ শৰ্মাই বেণুধৰ শৰ্মাৰ ভাষাৰীতি সম্বন্ধে লিখিছে— "দেশৰ মাত, অতুল্য ঠাচ, শব্দ এইবোৰত দেশৰ ঘাই কালিকা থাকে দেশৰ ভাষা দেশৰ আত্মাজীৱনী। দেশৰ মাতেই দেশৰ কবিতা— এইটো বেণুধৰৰ দৃঢ় বিশ্বাস আছিল। সেই বিশ্বাস বুকুত বান্ধি বেণুধৰে অসমক গদ্য-সাহিত্য এটি দি গ'ল—যাৰ আদৰ অসমীয়া মানুহে আজি নহয় কাইলৈ কৰিব লাগিব। অসমৰ ল'ৰা বুঢ়া সকলোৱেই তেওঁৰ আনন্দবাহী গদ্য-সাহিত্যৰ ৰস উপভোগ কৰিব পৰা।"

দেশ আৰু জাতিৰ প্ৰতি শৰ্মাৰ অগাধ ভালপোৱা ভাব আছিল বাবে দেশৰ ধূলি-মাকতিৰ মাজত পোতখাই থকা অনেক অপ্ৰচলিত শব্দ বুটলি আনি ঘঁহি-পিহি, কেতিয়াবা আকৌ বিদেশী শব্দক নিজ কমাৰশালত গঢ়ি চিনিব নোৱাৰা কৰি নিজ ভাষাত ঠাই দিছিল। যেনে—

"বতাহত যেতিয়া হোফোলা-হোফোলে বগাই গীতৰ লহৰিয়ে কঁহুৱা পাত কঁপায়, মুকলি পথাৰৰ মাজেদি বৈ যোৱা জুৰিটিৰ চিৰ-চিৰিয়া পানীখিনিক দোলন খেলায়, পথভ্ৰান্ত পথিকক যেতিয়া ৰ লগাই থৰ কৰে তেতিয়া কাৰনো বাৰু মণিৰাম দেৱানৰ স্মৃতিত দুধাৰি চকুলো নোলাব? কোনেনো বাৰু তেওঁৰ কাৰণে হামৰাও নেকাঢ়িব।" (মণিৰাম দেৱান) কোঁহকাল, চন্দ্ৰাপাৰা, কিলিঙ্গ, অপৰতীয়া, থাম-খুমীয়া, কথাৰ চুমহি আদি শব্দবোৰ শৰ্মাই বিচাৰি আনি ব্যৱহাৰ কৰিছিল।

কোনো কোনো ক্ষেত্ৰত দুই এটা আমাৰ অব্যৱহৃত শব্দ ঠায়ে ঠায়ে কেতিয়াবা ব্যৱহাৰ কৰা দেখা যায়। যেনে "হোমছে চাৰিখনমান তামোল খাবৰ পৰ বাটছনৰ নঙলা মুখতে থিয় থিয়ি কৰি আছিল।" [মঙলতিৰ কণ্ঠিমালা)

বেণুধৰ শৰ্মাই তেওঁৰ লিখনিত অতি দীঘলীয়া বাক্য আৰু সন্ধিসিদ্ধ, সমাসবদ্ধ আৰু প্ৰত্যয়ান্তিক শব্দৰ ব্যৱহাৰ সাধাৰণতে এৰাই চলাৰ চেষ্টা কৰে। সেইবাবেই "তেওঁৰ ভাষাই মগজুতকৈ হৃদয়ৰ

দুৱাৰদ্বয়ক পোনতে টকৰিয়াই যায়। এইটো গুণৰ আধাৰতে যেওঁ পোনতে একজন সাহিত্য শিল্পী, তাৰ পাচতহে বুৰঞ্জী লেখক। দুই এঠাইত দুই এটা দীঘলীয়া বাক্য আছে। কিন্তু ভিন্ন ভিন্ন ক্রিয়াপদ সংযোগ কৰি তাৰ সৌষ্ঠৱ বঢ়াইছে। যেনে -

"যি তৰুণ ফুকনৰ মনোহৰ ব্যক্তিত্ব, শ্রুতিধাৰী শক্তি, উপস্থিত বুদ্ধি, অতুলনীয় প্রতিভা, চিৰবসন্তময় তৰুণত্ব, পাৰঘৰীয়া ফুকনীয় বুদ্ধি-চাতুর্য্য আৰু যি তৰুণ ফুকনৰ মনোহৰ বাগ্মিতাই গন্ধীৰ সাদৰী অসমক সদৌ ভাৰত মনোভিৰাম কৰি পেলালে, সেই তৰুণৰাম ফুকনৰ অন্তর্দ্ধানত অসম মাতৃৰ কোলা উদং হৈ গ'ল।"

বেণুধৰ শৰ্ম্মাৰ দৰে প্রথিতযশা বুৰঞ্জীবিদ সূৰ্য্যকুমাৰ ভূঞাও (১৮৯৪-১৯৬৪) অসমীয়া গদ্য-সাহিত্যৰ স্মৰণীয় ব্যক্তি। অতি সৰুকালৰে পৰা অধ্যয়নশীল ভূঞাই 'গোপালকৃষ্ণ গোখলে', 'ৰবীন্দ্ৰ নাথ ঠাকুৰ', 'আনন্দৰাম বৰুৱা' 'জোনাকী', 'চানেকী', 'অসম জীয়ৰী' 'কোঁৱৰ বিদ্ৰোহ', 'বুৰঞ্জীৰ বাণী', 'ৰমণী গাভৰু', 'বুৰঞ্জীমূলক প্রবন্ধৰ তালিকা', 'মিৰজুমলাৰ অসম আক্রমণ', 'ৰাজেশ্বৰ সিংহ', 'লাচিত বৰফুকন', 'আহোমৰ দিন' আদি ঐতিহাসিক তথ্যপূর্ণ গ্রন্থ ৰচনা কৰিছে। এই সকলোবোৰ ৰচনাই ভূঞাৰ ঐতিহাসিক প্রীতি, বর্ণনা-প্রিয়তা, নিৰপেক্ষতা আৰু বিৰ্বাচনী শক্তিৰ পৰিচয় দিয়ে। ঐতিহাসিক বর্ণনাপূর্ণ তলৰ উদ্ধৃতিটোৱে লিখকৰ গদ্যৰ স্বৰূপ প্রকাশ কৰিব—

"পাচে ৰামসিংহ কটকীৰ হেপাহ দেখি সুধিলে, বোলে অসমৰ উকীল কি লাগে খোজ মই দিওঁ। ৰামচৰণ কটকীয়ে অসমীয়াক দেখুৱাবলৈ চৰাই এটি খুজিলে, ৰামসিংহই দুটা চৰাই দিলে। লাচিত বৰফুকনে শুনি মোগলৰ সেনাপতিক চৰাই খোজাৰ দায়ত লোৱা লগাই থলে। লগৰ কটকী নিমে গৰিহণা দি কলে, ছিঃ, এনে মানুহৰ লগত কোনে বিদেশলৈ যায়। দুটা সামান্য কাঠৰ চৰাই। তালৈ ৰামচৰণৰ লোভ লাগিল। এই লোভক এৰাব

নকৰিলে সি গৈ সৈনিকৰ মন কলুষিত কৰাৰ আশঙ্কা। লাচিতে এই সামান্য প্ৰলোভনকো আশ্ৰয় নিদিছিল। ধন্য লাচিত।"

[ শৰাইঘাট আছে লাচিত নাই ]

সূৰ্য্যকুমাৰ ভূঞাৰ ৰচনাত আছে ঐতিহাসিক যুগৰ সুন্দৰ ছবি, লোক জীৱনৰ পৰিচয়, বুৰঞ্জীৰ পৰা সংগ্ৰহ কৰা মাত-কথা, শব্দ-প্ৰতিশব্দ, ফকৰা-যোজনা, যতুৱা ঠাচ, প্ৰবচন আদিৰ উপচিপৰা অভিলেখ। অসমীয়া বুৰঞ্জী আৰু জীৱনী সাহিত্যৰ ভাল উদাহৰণ ভূঞাৰ এই পৰ্য্যায়ৰ ৰচনা সমূহ। স্পষ্ট, সংযত আৰু বলিষ্ঠ ভাষা ভূঞাৰ গদ্যৰ শৈলী যেনে—"অগি, সৰ্প আৰু প্ৰলোভন এই তিনি একশ্ৰেণীৰ বিষাক্ত জীৱ। দপ দপ কৰি জ্বলি থকা জুইৰ পৰা খাণ্ডৱ-দাহ হব পাৰে, এধানমান টিঙিৰি জুইৰ পৰাও ঘৰ বাৰী, গাঁও-ভূঁই উচন হব পাৰে। ফেটিসাপৰ ফোটত মানুহ মৰে, তেনেকৈ চয় আঙুলিয়া খটিসাপে কামুৰিলেও মানুহৰ প্ৰাণ নাশ ঘটিব পাৰে।"

ভাব আৰু ভাষাৰ সমন্বয় ৰক্ষা কৰি ভূঞাই সদায় তেওঁৰ লিখনিবোৰ পাঠকৰ মনোগ্ৰাহী কৰি তুলিছিল। সেইবাবেই বুৰঞ্জীৰ মিচিনা নিৰস শুকান হাড়-ছালৰ মাজতো ৰসৰ সঞ্চাৰ কৰি আমেজ লগা বৰ্ণনাৰ তেও সৃষ্টি কৰিব পাৰিছিল। বুৰঞ্জী আৰু জীৱনী সাহিত্যত ভূঞা পথ প্ৰদৰ্শক।

অসমীয়া সাহিত্যৰ অন্য এজন উৎকৃষ্ট গদ্য লিখক ভাষাবিদ ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা (১৯১০-১৯৬৪)। আৰম্ভণিত ছদ্মনাম 'বীণা বৰুৱা' নামেৰে গল্প লিখা আৰম্ভ কৰি সেই একে নামেৰে 'জীৱনৰ বাটত' আৰু 'সেউজী পাতৰ কাহিনী' নামৰ দুখন উপন্যাস লিখে। বৰুৱা প্ৰধানকৈ ভাষাবিদ। ডঃ বাণীকান্ত কাকতিৰ পিচত অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভাষা সাহিত্যৰ মাজেদি গদ্য-সাহিত্যক গঢ় দিয়োতা ব্যক্তিজন হ'ল ড. বিৰিঞ্চি কুমাৰ বৰুৱা। 'অসমীয়া কথা সাহিত্য', 'ভাষা আৰু সংস্কৃতি', 'সাহিত্য আৰু সমালোচনা', 'কাব্য আৰু অভি-ব্যঞ্জনা', 'বুৰঞ্জীৰ কথা' আদি তেওঁৰ ৰচনা। তেওঁৰ ভাষা বিষয়ক,

সাহিত্য বিষয়ক, সংস্কৃতি বিষয়ক সকলো সাহিত্যই, সকলো বৰ্ণনাই সহজবোধ্য আৰু কোনো ঠাঁত নলগা ভাষাৰ পৰিচায়ক। যেনে—

"বিহু গীতত সন্নিয়াৰ শিমলু ফুলীয়া বৰণ, পকাধানৰ পথাৰত ছুপৰীয়াৰ ৰ'দে স্বৰ্ণময়ী কৰা দাৱনীৰ ৰূপ, বিৰিখৰ সেউজীয়া কুমলীয়া পাতৰ বৰণৰ মনোৰম বৰ্ণনা আছে। "পানীৰ জিকমিক পানীৰে পকৱা, ওপৰত উৰিলে কালিন্দী ভোমোৰা, চৰাই হালধীযা, পাখি বিনন্দীয়া, আলি ঢাকি পৰিলে হালধীয়া চৰাই" – আদি পদবোৰ বিচিত্ৰ বৰ্ণ গৌৰৱৰ চৰাই-পখিলাৰ দৰেই সুন্দৰ আৰু মনোমোহা অসমৰ ৰূপ প্ৰকাশ কৰিছে।"

বকৱা প্ৰবচনৰ দ্বাৰা ভাষা চিত্ৰধৰ্মী আৰু আমেজ লগা কৰাত বকৱা সিদ্ধহস্ত। পালি, প্ৰাকৃত আৰু সংস্কৃত ভাষাতো সমানে অধিকাৰ থকা বকৱাৰ ভাষা সমানেই সাবলীল আৰু মনোগ্ৰাহী। অসমৰ জন-জীৱনৰ লগত, অসমৰ সংস্কৃতিৰ লগত নিবিড় সম্বন্ধ থকাৰ বাবে তেওঁৰ বৰ্ণনাত কোনেও, কেতিয়াও ঢুকি নোপোৱা শব্দ কিছুমান সহজতেই ধৰা পৰে। বকৱাৰ ভ্ৰমণ কাহিনী "চুইজাৰলেণ্ডত ভ্ৰমণ", "প্ৰফেচাৰ বকৱাৰ চিঠি" আদিৰ ভাষা আধুনিক সংমিশ্ৰিত ভাষাৰ পৰিচায়ক। য'তে যেনে শব্দৰ প্ৰযোজন তেনে শব্দ ব্যৱহাৰ কৰাত তেওঁ অকনো ইতস্ততঃ কৰা নাই।

পঞ্চাশ আৰু ষাঠিৰ দশকত অসমীয়া গদ্য-সাহিত্যই আদৰ্শগত দৃষ্টিভঙ্গী আৰু কৌশলগত ক্ষেত্ৰত বিশেষ পৰিবৰ্ত্তনৰ ধাৰা অৱলম্বন কৰে। অতি ক্ষিপ্ৰগতিত একশ্ৰেণীৰ লিখকে পাশ্চাত্যৰ অনুকৰণত লগতে মাৰ্ক্সবাদ আৰু লেলিনবাদৰ শ্ৰেণী সংগ্ৰামৰ আদৰ্শইও সাহিত্যৰ বিষয়বস্তু আৰু প্ৰকাশভঙ্গীৰ ৰূপটোকে সলাই পেলায়। ফ্ৰয়েদৰ মনোদৰ্শন আৰু পাশ্চাত্যৰ যৌন দৰ্শনেও আমাৰ সাহিত্যিক সকলক মৃদুভাবে আলোড়িত ক'ৰি তোলে। এই সময়চোৱাতেই পূৰ্ব্বৰ ৰোমান্টিক ভাবাদৰ্শৰ স্থবিৰতা সাহিত্যত দেখা যায়। কিন্তু এই ৰোমান্টিক ভাবাদৰ্শ সম্পূৰ্ণ হৈ শেষ হোৱা নাই, হবও নোৱাৰে।

ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই লিখাৰ দৰে "ৰামধেনুৰ বৰ্ণ বৈচিত্ৰ্যৰ মাজত বিভিন্ন বৰ্ণৰ অস্তিত্ব অনুভৱ কৰিব পাৰি, কিন্তু কোনখিনিত এটা ৰং শেষ হৈ আনটো ৰং আৰম্ভ হৈছে আঙুলিয়াই দিব নোৱাৰি।" ঠিক তেনেকৈ বাস্তৱবাদ আৰু ৰমন্যাসবাদৰ মাজতো স্পষ্ট সীমা-ৰেখা টানিব নোবাৰি। এজন লিখক ৰমন্যাসবাদী হৈও বাস্তৱবাদী হব পাৰে।

পঞ্চাশৰ দশক আৰু তাৰ পিচৰ লিখকসকলৰ লিখনিত আন এটা কথা সহজতে লক্ষ্য কৰিব পাৰি যে অকল বিষয়বস্তুতে নহয় গদ্যৰ প্ৰকাশভঙ্গীতো তেওঁলোকে ইংৰাজী সাহিত্যৰ বৰ্ণ-বিন্যাস নীতি অধিকাংশে অনুসৰণ কৰিছিল। অসমীয়া গদ্যত ইংৰাজী ভাষাৰ বিৰতি ( Punctuation ) পদ্ধতি প্ৰয়োগ কৰা দেখা যায় আৰু নিত্যব্যবহাৰ্য্য ভাষাৰ ঠাইত বিদেশী শব্দপ্ৰধান নাইবা তাৰ পৰিভাষিক শব্দক স্থান দিয়া দেখা যায়। অৱশ্যে লিখকৰ কৌশলৰ দ্বাৰা এই শব্দবোৰৰ ৰূপ অসমীয়ালৈ আনিব পাৰিলে ই বৰ ভাল কথা হয়।

আধুনিক অসমীয়া গদ্য ৰচক সকলৰ ভিতৰত হেম বৰুৱা ( ১৯১৫-৭৭ ) বিশেষভাবে অগ্ৰণি। ভ্ৰমণ সাহিত্যত সমকালীন সময়ৰ কোনো লিখকে সম্ভৱতঃ ইমান জনপ্ৰিয়তা অৰ্জন কৰিব পৰা নাই যিটো হেম বৰুৱাই কৰিছে। 'সাগৰ দেখিছা', 'ৰঙা কৰবীৰ ফুল', 'ইজৰাইল', 'মেক নৈ দেখিলো' আদি তেওঁৰ ভ্ৰমণ সাহিত্য। তেওঁৰ ভ্ৰমণ কাহিনীবোৰৰ ভাষা ইমান আবেগী, ইমান মসৃণ—কোমল কোমল শব্দৰ দ্বাৰা এফালৰ পৰা এধাৰ মালা গাঁঠি থোৱা যেন লাগে। অলপ ৰতাহত ফুলৰ মালাত থকা ফুলবোৰ কপি উঠাৰ দৰে ভ্ৰমণ কাহিনীবোৰ পঢ়ি যাওঁতে প্ৰতিটো শব্দই অন্তৰত হেন্দোলনি খাই যায়।

"কবি প্ৰিয়াৰ খোপাত ৰঙা এটি কৰবীৰ ফুল জলমলাই উঠাৰ দৰেই মাটিৰ বান্ধোন এৰি বিদেশীমুখী আমাৰ প্লেনখন আকাশৰ মেখেলা ধৰাই উঠাৰ লগে লগেই সুদূৰ মস্কো চহৰৰ 'ৰঙা' অস্পষ্ট

ছবি এখন মোৰ কল্পনাত জলমলাই উঠিছিল। আমাৰ এবি অহা পৃথিবীখনৰ মাজত একেবাৰেই নাছিল, মাথোন পুৰাৰ কেচা ৰদত চিকমিকাই থকা ডাৱৰৰ পৰ্ব্বতবোৰ। মেঘত ৰবিৰ কিৰণ লগা এটি পৰিবেশ। কোমল চকচকৈ বগা ডাৱৰবোৰ, ইমান নিপোটল দেখিলেই চুই দিবৰ মন যায়। আমি উৰিছো আৰু উৰিছো। আকাশৰ পিযলাটো স্বৰ্ণ আভাসিক্ত ৰ'দৰ পোহৰেৰে উপচি পৰিছে। মস্কো এতিয়াও বহুদূৰ।" [ ৰঙা কৰবীৰ ফুল ]

ইংৰাজী ভাষা, সাহিত্যত অগাধ পাণ্ডিত্য থকা বৰুৱাৰ মন যেনে উদাৰ, কল্পনা যেনে বিলাসী- ভাষাও তেওঁৰ ভাবৰ আগে আগে দৌৰি ফুৰে। কোনো কোনো ঠাইত ইংৰাজী শব্দ টানি-আজোৰি, সানি-পুতুকি অসমীয়া সাঁচত গঢ়ি পেলাইছে। যেনে—

"ন-ন আৰ্হিৰ এৰোপ্লেন আদি সজাই থোৱা হৈছে। সেই-দৰে অটম বাইলৰ ক্ষেত্ৰত কিমানদূৰ আগবাঢ়িছে তাৰ নমুনা স্বৰূপে ন-ন আৰ্হিৰ কাৰ, বাছ সজাই থোৱা হৈছে। সকলোতকৈ ভাল লাগিল আনবিক শক্তিৰ পেভেলিযনটো।" ( ৰঙা কৰবীৰ ফুল )

বৰুৱাৰ উপন্যাস আৰু চুটিগল্পৰ ভাষাও কোমল আৰু আবেগিক।

"পানীবোৰ ইমান নিৰ্মল। ইমান স্নিগ্ধ। এই গছ-গছনিৰ অন্তৰালত নেখনৰ পাৰত অকস্মাৎ তেওঁৰ চকুত পৰিল স্বৰ্ণ উদ্ভাসিত এটা অট্টালিকা। এযাযেন ছবি নহয, জীৱনৰ চিত্ৰপটহে। সকলো-বোৰ জলমলাই আছে, আত্মজ্যোতিষ্মান। ইযাৰ উপৰিও অট্টালিকাটো দৈহিক বস্তু-সম্ভাৰ ঐশ্চৰ্য্য ৰাজিৰে সমৃদ্ধ।" [ কিউপিড আৰু চাইকী ]

আধুনিক সমালোচনা সাহিত্যত বৰুৱাৰ এখন স্বকীয়া আসন আছে। 'আধুনিক সাহিত্য' 'আচুফুল', 'সাহিত্য আৰু সমস্যা' আদি তেওঁৰ উৎকৃষ্ট সমালোচনা সাহিত্য। এনে লিখনিৰ গদ্যও অতি উচ্চ পৰ্য্যাযৰ। হেম বৰুৱাৰ সমালোচনা সাহিত্য অসমীয়া গদ্য-সাহিত্যৰ এক প্ৰতিষ্ঠিত অধ্যায়।

একেটা প্ৰসঙ্গতে ডাঃ হেম বৰুৱাৰ নামো লব পাৰি। জীৱনৰ শেষ বসন্তত তেওঁ সাহিত্য চৰ্চ্চা কৰি ব্যক্তিনিষ্ঠ, ৰসশিক্ত ৰচনা

'চপনীয়া', 'মোৰ ঘৰখন' আৰু 'নৱগ্ৰহ' ৰচনা কৰে। তেওঁৰ ৰচনাৰ কৌশলো হাস্যৰসৰ মাজেদি সমাজৰ ভিন ভিন স্তৰৰ ভিন ভিন ৰূপ ফঁহিয়াই দেখুৱাইছে।

সাম্প্ৰতিক কালৰ এজন বিশিষ্ট গদ্যলিখক চৈয়দ আব্দুল মালিক (১৯১৯-)। যোৱা দুটা দশকত সফলভাবে বিভিন্ন বিষয়ৰ ওপৰত সৰহ সংখ্যক উপন্যাস আৰু গল্প ৰচনা কৰা ব্যক্তি মালিক হৰ প্ৰথমজন। 'ৰথৰ চকৰি ঘূৰে', 'বনজুই', 'ছবিঘৰ', 'মাটিৰ চাকি', 'সূৰুযমুখীৰ স্বপ্ন', 'জীযা-জুৰীৰ ঘাট', 'অন্য আকাশ অন্য তৰা', 'ৰূপতীৰ্থৰ যাত্ৰী', 'ওমলা ঘৰ' আদি প্ৰায় কুৰিখন উপন্যাস আৰু পৰশমণি ৰঙাগড়া, মৰম মৰম লাগে, শিখৰে শিখৰে আদি কুৰি গল্পৰ পুথি আৰু শংকৰদেৱৰ আলোচনা গ্ৰন্থ "ধন্য নৰতনু ভাল" ৰচনাই মালিকৰ সাহিত্যিক জীৱনৰ উজ্জ্বল দিশৰ পৰিচয় দিছে। মালিকৰ প্ৰতিখন উপন্যাস আৰু প্ৰতিটো চুটি গল্পতে একোটা স্বকীয় বৈশিষ্ট্য ফুটি উঠিছে। "সংলাপৰ বাহুল্য, মানৱতাবোধ, যৌন-জীৱনৰ অতিশৰ্যা, ৰোমাণ্টিক ভাব কল্পনা আৰু গদ্যৰ মাজত কাব্যগন্ধী ভাষা তেওঁৰ লিখনিত ফুটি উঠিছে।" তেওঁ যৌন সম্পৰ্কীয় গল্পবোৰত আধুনিক মনস্তত্ত্বৰ প্ৰয়োগ হৈছে।

মালিকৰ একেশাৰীৰেই আন এজন উপন্যাসিক, গাল্পিক ৰচক, সমালোচক যোগেশ দাস (১৯২৭-)। দাসৰ ডাৱৰ আৰু নাই', 'জোনাকীৰ জুই', 'উৎকণ্ঠ-উপকণ্ঠ', 'অবৈধ' আদি উপন্যাস 'পপীয়া তৰা', 'আন্ধাৰৰ আঁৰে আঁৰে', 'পৃথিবীৰ অসুখ', 'মদাৰৰ বেদনা' আদি গল্প সংকলন আৰু বিভিন্ন আলোচনী আৰু কিতাপত সিচৰিত হৈ থকা আলোচনামূলক প্ৰৱন্ধবোৰৰ ভাষা অত্যাধুনিক। মালিকৰ উপন্যাসৰ ভাষাৰ দৰে চঞ্চল আৰু পৰিস্থিতি বৰ্জিত নহয়। আধুনিক কৃত্ৰিম সভ্যতাৰ পৰিস্ফুৰণ, ঐন্দ্ৰজালিকতা আৰু কল্পনা বিলাসিতা তেওঁৰ গল্পত নাই। তেওঁৰ ৰচনা সংযত, নিৰলঙ্কাৰ আৰু সংস্কাৰপূৰ্ণ বাস্তৱ জীৱনৰ গতিধাৰাৰ লগত স্বাভাৱিকতে ৰূপ লোৱা।

আনহাতে সমালোচক হোমেন বৰগোহাঞিৰ মতে— যোগেশ দাসৰ গল্প উপন্যাসৰ দুৰ্ব্বলতম অংশ হ'ল তেওঁৰ নিষ্প্ৰাণ আৰু বৈচিত্ৰহীন ভাষা।

প্ৰফুল্লদত্ত গোস্বামী ( ১৯১৯ ১৯৯৪ ) বহু ভাষাত প্ৰখৰ জ্ঞান থকা ব্যক্তি। সাম্প্ৰতিক কালৰ এজন বিখ্যাত সমালোচক। তেওঁৰ কেইখনমান বিখ্যাত পুথি হ'ল— অসমীয়া জন সাহিত্য সাহিত্য আৰু জীৱনী কেঁচাপাতৰ কপনি মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ এটা জীয়া কাহিনী বীৰ এজন পৰিল ইউৰোপৰ মনীষী পাচ গৰাকী বিলাতত সাতমাহ আদি। সাহিত্যৰ মাজত নিজকে সুপ্ৰতিষ্ঠিত কৰিব পৰা ব্যক্তি গোস্বামী। তেওঁৰ লিখনিত অসমীয়া সাহিত্যৰ এটা যুগ বিৱৰ্তনৰ ধাৰা লক্ষ্য কৰা যায়। গভীৰ মনন শীল ব্যাখ্যা নিৰপেক্ষ যুক্তি আৰু চিন্তাৰ চানেকি গোস্বামীৰ লেখাত পোৱা যায়। ইংৰাজী সাহিত্যৰ প্ৰখৰ জ্ঞান থকা গোস্বামীয়ে তেওঁৰ সাহিত্যত অসমৰ লোক জীৱনৰ লগত সাঙোৰ খাই থকা বহু সন্ধান পাঠকক দিছে। তেওঁৰ লিখনিৰ বৈশিষ্ট্য হ'ল ভাৰ যথাৰ্থ প্ৰযোগ অনুভূতিৰ সংযম আৰু আঙ্গিকৰ মিতাচাৰ।

যোৱা চাৰি পাচটা দশকত ( ১৯৭ ৯ ) অসমীয়া সাহিত্যৰ বিভিন্ন দিশত বিশেষভাৱে বৰঙণি যোগাওঁতা ব্যক্তি দুজন হ'ল মহেশ্বৰ নেওগ ( ১৯১৫ ) আৰু সত্যেন্দ্ৰনাথ শৰ্মা (১৯১৭ ) স্বাধী নোত্তৰ কালৰ এজন সৰ্ব্বগুণী লেখক মহেশ্বৰ নেওগে ৰচনা কৰ বিভিন্ন গ্ৰন্থৰ সংখ্যা আঢৈকুৰীৰ কম নহব। বিভিন্ন গ্ৰন্থৰ ভূমিকা আৰু আলোচনামূলক প্ৰৱন্ধৰ সংখ্যাও শতেকৰ ওপৰত হব। পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি অসমীয়া সাহিত্যৰ ৰূপৰেখা সত্ৰীয় নৃত্য আৰু নৃত্যৰ তাল আধুনিক অসমীয়া সাহিত্য শ্ৰীশ্ৰীশঙ্কৰদেৱ অসমীয়া গীতি সাহিত্য জীৱনৰ দীঘ বাণি আদি বিশেষভাৱে উল্লেখযোগ্য। ইয়াত বাহিৰেও নেওগে বহু পুৰণি অসমীয়া সাহিত্য সম্পাদনা কৰি উলিয়াইছে। বসজ্ঞ সমালোচকে স্বীকাৰ কৰিছে—

"অসমৰ সত্ৰীয়া নৃত্য, ভাৰতীয় নৃত্যকলাৰ পঞ্চমটো 'স্কুল' অথবা প্ৰবাহ, নকলেও হব, এই স্বীকৃতিৰ পোনৰ অৰ্ঘখিনি ডঃ মহেশ্বৰ নেওগে আদায় কৰি থৈছিল, অসমীয়া বৈষ্ণৱ সঙ্গীতৰ ছন্দসম্পৰ্কীয় বিজ্ঞান ভিত্তিক আলোচনাৰ জৰিয়তে।" [ মহেন্দ্ৰ বৰা ]

নেওগৰ ৰচনাৰ মূল কথা হ'ল সামগ্ৰিক ভাবে পাঠকক সাহিত্যৰ মাজেৰে ৰস আচ্ছাদন কৰোৱা। অনাগতিখাল বৰ্ণনা পৰিহাৰ কৰি কমকথাৰ ভিতৰতে চিত্ৰমধুৰ ভাবে বেছি ভাবৰ প্ৰকাশ কৰাই হ'ল নেওগৰ স্বভাব। পালি-প্ৰাকৃত, সংস্কৃত, ইংৰাজী আদি ভাষাত বিশেষ বুৎপত্তি থকা নেওগৰ লিখনিত বিভিন্ন শব্দৰ প্ৰয়োগ দেখা যায়। অসমীয়া থলুৱা শব্দৰ ব্যৱহাৰো নেওগৰ লিখনিত কম নহয়। মহেন্দ্ৰ বৰাৰ মতে নেওগৰ পাণ্ডিত্যপূৰ্ণ লিখনিৰ এটা মিঠা গুণ আছে —

"এই মহাসুখকৰ শৰত অহাৰ লগে লগেই উৎসৱৰ ঋতুও আহিল। পথাৰৰ ফুলনি ধান গেৰেলী ধানৰ গধুৰ আগত শৰতৰ বতাহ লাগি কঁপনি জাগে। সেই কঁপনিয়েই খেতিয়কসকলৰ অন্তৰতো আনন্দৰ স্পন্দন জগাই তোলে। এই আনন্দৰ পৰাই জগতৰ সকলো কৃষিজীৱী সভ্যতাৰ বুকুত কৃষি উৎসৱ জন্ম হয়। আমাৰ বিহু উৎসৱ আমাৰ কৃষিজীৱি সংস্কৃতিৰ পৰিচয়। ৰঙালী বিহুৱে পৃথিৱীৰ প্ৰজনন শক্তি প্ৰস্ফুটিত হোৱা দেখি আনন্দ প্ৰকাশ কৰে।"

[ অসমীয়া গীতি সাহিত্য ]

জানিব পৰামতে নেওগে ডেকা বয়সত উপন্যাস আৰু চুটি-গল্পও লিখিছিল। 'জীৱনৰ আৰ্ট মামৰ' চুটিগল্পত লিখা— "তাইৰ গালৰ ৰং এধানমান মইনাৰ চোলাত লাগি ৰ'ল" বাক্যই নেওগৰ ৰোমাঞ্চধৰ্মী গদ্যৰ পৰিচয় দিয়ে। তেওঁৰ গহীন লিখনিৰ স্বৰূপ এনে ধৰণৰ "ঈশ্বৰ ত্ৰিসত্য— সৃষ্টিৰ আদিতে, মধ্যত আৰু অন্ততো তেওঁ বৰ্ত্তমান। আদিত বা অন্তত তেওঁৰ বাহিৰে আন একো বস্তু নাথাকে। মাজতে মাত্ৰ ব্ৰহ্মা দেৱতাৰে পৰা তৃণপৰ্য্যন্ত জীৱজগতৰ নানা ৰূপ

দেখা পাও। এইবিলাক অ-সৎ (অসন্ত, অসত্য) যদিও সৎ (সন্ত, সত্য) অৰ পৰা উদ্ভুত আৰু সৎ ব্ৰহ্মৰ কাৰ্য্য বুলি সংৰূপে দেখা দিয়ে। এইদৰে মায়া-সৃষ্ট অসত্য জীৱ আৰু জগতে সত্যৰ আভাস পাইছে।" [ শ্ৰীশ্ৰীশঙ্কৰদেৱ ]

নেওগৰ ওপৰত বেজবৰুৱাৰ নিচিনা ঘৰুৱা ভাষা, জতুৱা ঠাচ লিখা আৰু বাণীকান্ত কাকতিৰ দৰে গাম্ভীৰ্য্যপূৰ্ণ শব্দৰ প্ৰয়োগ কৰা এই দুয়োটা থাচৰে প্ৰভাব পৰিছিল বাবে এনে এটা মিশ্ৰিত গদ্য-ৰীতিৰ অধিকাৰী তেওঁ হব পাৰিছিল।

নেওগৰ একে পৰ্য্যায়ৰ আন এজন শক্তিশালী গদ্য লিখক হ'ল সত্যেন্দ্ৰনাথ শৰ্মা ( ১৯১৭- ) অসমীয়া সাহিত্যলৈ শৰ্মাৰ অবদানো কম নহয়। 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত', 'অসমীয়া নাট্য সাহিত্য', 'অসমীয়া উপন্যাসৰ গতিধাৰা', 'কাহিনী কাব্যৰ প্ৰবাহ', 'সাহিত্যৰ আভাস', 'ৰামায়ণৰ ইতিবৃত্ত' আদি শৰ্মাৰ উৎকৃষ্ট গ্ৰন্থ। ইয়াৰ উপৰিও শতাধিক গ্ৰন্থৰ ভূমিকা আৰু আলোচনীমূলক প্ৰবন্ধ লিখি অসমীয়া গদ্য-সাহিত্যৰ বুৰঞ্জীত শৰ্মাই এখন সুকীয়া আসন গ্ৰহণ কৰি আছে। মহেশ্বৰ নেওগ আৰু সত্যেন্দ্ৰনাথ শৰ্মা দুয়োজন একে পৰ্য্যায়ৰে ৰচক। কিন্তু নেওগৰ গদ্যতকৈ শৰ্মাৰ গদ্য আপেক্ষীকভাবে সহজ-সৰল আৰু পোনপটিয়া। সংস্কৃত সাহিত্যত অগাধ পণ্ডিত শৰ্মাই তেওঁৰ লিখনিত তৎসম শব্দ সীমাৰ মাজত থাকিহে প্ৰয়োগ কৰিছে। বহু অলঙ্কাৰ পিন্ধাই ভাষা ভাৰাক্ৰান্ত কৰা নাই।

"গৌড়ীয় বৈষ্ণৱ আলঙ্কাৰিকসকলে ভক্তি প্ৰধান নাট সমূহৰ ৰস বিচাৰ বিশেষ কৌশলেৰে নিষ্পন্ন কৰিছে। তেওঁলোকে 'ৰতি'ৰ অৰ্থ সম্প্ৰাসৰন কৰি তাৰ ৰস পৰিণতি দেখুৱাইছে। এই অৰ্থ সম্প্ৰাসৰন তেওঁলোকে জোৰ কৰি কৰা নাই, বিশ্বনাথ চক্ৰবৰ্ত্তীৰ প্ৰসিদ্ধ অলঙ্কাৰ গ্ৰন্থ 'সাহিত্য দৰ্পণ'ত ইয়াৰ বীজ নিহিত আছে। বিশ্বনাথৰ মতে প্ৰিয় বস্তুৰ প্ৰতি মানব মনৰ সহজ অনুৰাগেই ৰতি।"

[ অঙ্কীয়া নাটৰ ৰস বিচাৰ ]

ওপৰৰ উদ্ধৃতিটোৰ ভাষা যিমান সৰল সিমান পোনপটিয়া। পঢ়ি যাওঁতে কোনো আঁৰ নালাগে ।

চল্লিশৰ পিচৰ দশকৰ এজন সাহিত্যিক, বুৰঞ্জী লিখক, সমালোচক হ'ল লীলা গগৈ । 'কপলিং চিঙা বেণ'ৰ মাধ্যমেৰে পাঠক সমাজত জনপ্ৰিয়তা লাভ কৰা গগৈৰ 'বুৰঞ্জীয়ে পৰশা নগৰ', 'আহোম জাতি আৰু অসমীয়া সংস্কৃতি', 'অসমৰ সংস্কৃতি', 'নৈ বৈ যায়', 'বেলি মাৰ গ'ল', 'হেৰোৱা দিনৰ কথা', 'অসমৰ জনজাতি', 'সীমান্তৰ মাটি আৰু মানুহ', 'পবিত্ৰ অসম' আদি বহুকেইখন মূল্যবান গ্ৰন্থ আৰু অনেক আলোচনামূলক প্ৰবন্ধ আছে । গগৈৰ সাহিত্যৰ বিষয়বস্তু সাধাৰণতে জাতীয় সংস্কৃতি, বুৰঞ্জী আৰু পুৰাতত্ত্ববিষয়ক । ভাষা নিমজ, সাবলীল । সমালোচক মহেন্দ্ৰ বৰাই গগৈয়ে লিখা 'অসমৰ সংস্কৃতি'ৰ ভাষাবিষয়ক মন্তব্য দিওঁতে লিখিছে— 'আনবোৰ গুণৰ লগতে পুথিখনৰ আন এটা বিশেষ গুণৰ মণিকাঞ্চন সংযোগ ঘটিছে। গুণটো হ'ল পুথিখনৰ ভাষা । ভজুৱা ভাষাৰ ছাঁ তাত পৰা নাই । সিংহিনীৰ গাখীৰ যেনেকৈ সোণৰ চৰুতহে থব পাৰি, অসমীয়া ভাষা সংস্কৃতিৰ চা-চিনাকীও তেনেকৈ নিৰহ-নিপানী অসমীয়া ভাষাতহে দিব পাৰি ।" [ আগকথা : অসমৰ সংস্কৃতি ]

গগৈৰ সকলো ৰচনাৰ ভাষা বিষয় সাপেক্ষ । জাতীয় সংস্কৃতিৰ ওপৰত গভীৰ পৰিচয় থকা গগৈৰ জাতীয় ভাষা সম্ভাৰৰ ওপৰতো বিশেষ দখল আছে বাবে তেওঁ ইচ্ছানুযায়ী ভাব আৰু ভাষাৰ প্ৰয়োগ কৰিব পাৰে ।

সাম্প্ৰতিক কালৰ অপ্ৰতিদ্বন্দ্বী লিখক সমালোচক হ'ল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য ( ১৯২৪ ) চুটিগল্প, উপন্যাস, আলোচনীমূলক প্ৰবন্ধ আদিৰে সাহিত্য জগতত প্ৰতিষ্ঠিত ব্যক্তি ভট্টাচাৰ্য্যই 'ৰাজপথে ৰিঙিয়ায়', 'আই', 'ইয়াৰুইঙ্গম', 'শতঘ্নী', 'মৃত্যুঞ্জয়', 'প্ৰতিপদ', 'ৰঙা মেঘ', 'কবৰ আৰু ফুল', 'ডাইনী' আদি উপন্যাস সাহিত্য ৰচনা কৰিছে । সমাজৰ গতিশীল আৰু বিয়ক্তিত অৱস্থাৰ প্ৰতি সম্পূৰ্ণ সজাগ

ভট্টাচাৰ্য্যই মানবীয় ৰীতি-নীতিৰ প্ৰতি সহানুভূতিশীল মনোভাব পোষণ কৰি আহিছে। তেওঁৰ ৰচনাত থকা এনে প্ৰমূল্যবোধৰ বাবেই 'মৃত্যুঞ্জয়' উপন্যাসত তেওঁক 'জ্ঞানপীঠ' বঁটাৰে সন্মানিত কৰা হৈছে। ভাৰতীয় বহু ভাষাৰ ওপৰত জ্ঞান থকা ভট্টাচাৰ্য্যৰ ভাষা সাধাৰণতে গহীন, গম্ভীৰ আৰু চিত্ৰধৰ্মী।

চন্দ্ৰপ্ৰসাদ শইকীয়াৰ গদ্য ৰীতিও ভট্টাচাৰ্য্যৰ দৰে প্ৰায় একে পৰ্য্যায়ৰ—গহীন গম্ভীৰ অথচ প্ৰাঞ্জল। 'মন্দাক্ৰান্তা', মেঘমল্লাৰ' 'উত্তৰকাল', 'জন্মান্তৰ আদি তেওঁৰ উপন্যাস সাহিত্য। শইকীয়াৰ উপন্যাসৰ পৰিশীলিত অভিব্যক্তি মন কৰিবলগীয়া বৈশিষ্ট্য। এজন সাংবাদিক হিচাপেও শইকীয়াৰ গদ্যৰ এটা সুকীয়া মূল্য আছে। তেওঁৰ আটাইতকৈ ভাল লগা গুণ হ'ল উপস্থাপন ৰীতি। "সকলো মহান ব্যক্তিৰ লগত সংস্পৰ্শ সাধনৰ একোটা ঐতিহাসিক দিশ আছে। ইতিহাসৰ এক স্বৰ্ণমন্দিত কাহিনী কৃষ্ণৰ সন্মুখত অৰ্জুন, ৰামৰ সন্মুখত হনুমান, ছক্ৰেটিছৰ সন্মুখত প্লেটো, ৰামকৃষ্ণৰ সন্মুখত বিবেকানন্দ মহাত্মাৰ সন্মুখত বিনোৱা, এওঁলোকৰ প্ৰথম মিলনৰ দৃশ্য প্ৰায়ে মনৰ চকুৰ আগত দেখি হৃদয় ৰোমাঞ্চিত হৈ উঠে।" উপমাৰ মাজেৰে কৰা এনে চিত্ৰধৰ্মী লিখনি গদ্য-সাহিত্যৰ উৎকৃষ্ট চানেকি। তেওঁৰ বাক্যৰীতি অতি মসৃণ।

সাম্প্ৰতিক কালৰ আগশাৰীৰ সাহিত্যিক, সমালোচক হ'ল হোমেন বৰগোহাঞি (১৯৩১- )। 'সুবালা' নামৰ উপন্যাসৰ মাজেদি পঢ়ুবৈ সমাজৰ লগত পৰিচিত হৈ 'তান্ত্ৰিক', 'তিমিৰ তীৰ্থ,' 'পিতাপুত্ৰ' 'হালধীয়া চৰায়ে বাওধান খায়' আদি বহুকেইখন উপন্যাস তেওঁ ৰচনা কৰিছে। 'প্ৰেম আৰু মৃত্যুৰ কাৰণে' 'বিছিন্ন নৰক' 'স্বপ্ন স্মৃতি', 'বিষাদ' আদি বহুকেইখন তেওঁৰ গল্প সংকলন আছে। এজন অত্যন্ত সাহসী আৰু স্পষ্টবাদী লিখক বৰগোহাঞিৰ গদ্যৰীতিও স্পষ্ট আৰু স্বচ্ছল। তেওঁৰ ওপৰত মনোস্তত্ত্ব অন্বেষণমূলক ৰীতিৰ প্ৰভাৱ অতি গভীৰ। সমালোচক ত্ৰৈলোক্যনাথ গোস্বামীৰ মতে বৰগোহাঞিৰ

ওপৰত ফ্ৰয়েদীয় প্ৰভাবতকৈও অস্তিত্ববাদৰ প্ৰভাৱ বেছি স্পষ্ট। এজন ভাল গদ্য লিখকৰ লিখনিত থাকিবলগীয়া গুণ যেনে সৰলতা, স্পষ্টতা, সংক্ষিপ্ততা, সেয়া বৰগোহাঞিৰ গদ্যত আছে। লগতে আছে শব্দৰ বৌদ্ধিক মৰ্মাৰ্থ। কব খোজা কথাখিনি সূক্ষ্মভাব আৰু মনোগ্ৰাহী বৰ্ণনাৰে দাঙি ধৰিব পৰা ক্ষমতা বৰগোহাঞিৰ লিখনিত পোৱা যায়। কবিতাৰ লংলাসপূৰ্ণ ভাষা বৰগোহাঞিৰ গদ্যত নাই। তেওঁৰ সমালোচনাৰ ভাষা এনেকুৱা— "সকলো ধৰণৰ সৃষ্টিধৰ্মী সাহিত্যক ঘাইকৈ দুটা ভাগত ভাগ কৰিব পাৰি। এভাগ ৰচনা সকলো প্ৰকাৰে সাহিত্য-গুণ সমৃদ্ধ হোৱা স্বত্ত্বেও তাৰ আবেদন অপৰিহাৰ্য্য কাৰণত আঞ্চলিক পৰিসৰত সীমাবদ্ধ। আনবিধ ৰচনাই তাৰ চিৰন্তন আৰু বিশ্বজনীন বিষয়বস্তুৰ গুণত সৰ্ব্বমানৱৰ অন্তৰ স্পৰ্শ কৰে। বাল-বিধবাৰ বেদনাক বিষয়বস্তু হিচাপে লৈ যিমানে সুন্দৰ লিখা নহওক। সি কেতিয়াও ইউৰোপীয় পাঠকৰ মনত সাহিত্যিক সহানুভূতিৰ উদ্ৰেক কৰিব নোৱাৰে। ঠিক সেইদৰেই হলিউদৰ চিত্ৰতাৰকাৰ ঝঞ্জা-বিক্ষুব্ধ জীৱন কাহিনীও অসমীয়া পাঠকৰ মনত আচহুৱা অনুভূতিৰেই সৃষ্টি কৰে।" [ বিশ্বসাহিত্যত অসমীয়া চুটিগল্পৰ স্থান ]

পৃথিৱীৰ সৰ্ব্বশ্ৰেষ্ঠ লিখকসমূহৰ শ্ৰেষ্ঠ লিখনিসমূহ বৰগোহাঞিএ গভীৰভাবে অধ্যায়ন কৰি তাৰ ভাল বস্তুবোৰৰ প্ৰতিফলন অসমীয়া সাহিত্যত যে পেলাইছে তাৰ আভাস বৰগোহাঞিৰ লিখনিত পোৱা যায়। সমালোচক এইচ, জি, ওৱেলছে কোৱা কথা এবাৰ "আমি লিখোঁত কিবা এটা বিশেষ কথা কবৰ কাৰণেহে লিখোঁ। গতিকে আমি এনেভাবে লিখা উচিত যাতে ই সোনকালে আৰু কম কথাতে আমাৰ লিখাত সেই অৰ্থটো ফুটি উঠে।' এই 'কম কথাতে' আৰু 'অতি সোনকালে' পাঠকৈক কিবা এটা দিব পৰা ক্ষমতা বৰগোহাঞিৰ গদ্যত পোৱা যায়। তেওঁৰ লিখাত ক'তো বাহুল্য নাই, ক'তো অস্পষ্টতা নাই।

একে কাপকাঠিৰেই অন্য এজন অসমীয়া সাহিত্যৰ বিখ্যাত গদ্য লেখক হীৰেন গোহাঁই। বৰগোহাঞিৰ দৰে অসংখ্য দেশী-বিদেশী দামী-নামী লিখকৰ সাহিত্য পঢ়ি বিশেষ অভিজ্ঞতা গোটোৱাৰ আভাস দুৰ্যোগবাকী সাহিত্যিকৰ ৰচনাৰ মাজত পোৱা যায়। বিজ্ঞান, ধৰ্ম, অৰ্থনীতি, ৰাজনীতি, সমাজনীতি, গণিত, পৰিসংখ্যা সকলো বিষয়তে প্ৰভূত জ্ঞান থকা গোহাঁইৰ ৰচনা-ৰীতি অতি বলিষ্ঠ, নিৰ্ভীক আৰু স্পষ্ট। ইংৰাজী সাহিত্যৰ প্ৰচুৰ জ্ঞান থাকিলেও ভাষা লিখোতে অসমীয়া ভাষাৰ মাজৰ পৰা বচা বচা শব্দ বুটলি আনি ভাষা শুৱলা, বলিষ্ঠ আৰু বেগবান কৰিব পৰা শক্তি গোহাঁইৰ কলমত পোৱা যায়।

"সাহিত্যৰ সততা আৰু সত্য এনে চিঞৰ-বাখৰেৰে প্ৰমাণ কৰিব নোৱাৰি। তাৰবাবে লাগিব একেধাৰে সজীৱ আৰু গতিশীল অনুভূতি আৰু ধৈৰ্য্যশীল মনোনিবেশ। আমাৰ বিদ্ৰোহী দলে সেইবোৰ গুণৰ পৰিচয় সঘনে দিছে বুলি বিশ্বাস নহয়। মানৱ জীৱনৰ বিষয়ে পূৰ্ণাঙ্গ সত্য অকুণ্ঠ আৰু অবিচলিত ভাবে প্ৰকাশ কৰিবলৈ সাহিত্যৰ নিশ্চয় অধিকাৰ আছে—অধিকাৰেই নহয় দায়িত্বও, কাৰণ সমাজ সংৰক্ষণৰ দাবীত একালৰ জীৱন্ত সত্য প্ৰায়েই অন্ধ অভ্যাসত পৰিণত হয়। এনে প্ৰস্তৰীভূত সমাজে প্ৰত্যেক ব্যক্তিকে অৰ্দ্ধচেতন যন্ত্ৰত ৰূপান্তৰিত কৰিবলৈ অহৰহ চেষ্টা কৰে।"

[ ডি এইচ লৰেন্স আৰু আধুনিক মানৱতাবাদ ]

গোহাঁইৰ বাক্যৰীতি সকলো সময়তে একে নহয়। মনত অতিপাত খং উঠিলে বা কিছু আবেগিক হলে তেওঁৰ কথনভঙ্গী তীব্ৰভাবে কোবাল হয় আৰু তেতিয়া বাক্যবোৰ দীঘলীয়া হয়, কিন্তু কোনো বাক্যই শালীনতা নেহেৰুৱায়। যেনে— "প্ৰত্যেক জাতিৰ অস্থি মজ্জা, শিৰাই শিৰাই হৃদয় আৰু মগজুত আত্মাৰ যিবোৰ অভিনৱ সম্ভাৱনাৰ উন্মেষ হয় সেইবোৰ নিধন কৰিবলৈ সমাজে প্ৰত্যেককে আত্ম-প্ৰৱঞ্চনা আৰু আত্ম নিগ্ৰহৰ নানা কৌশল আৰু উপায় সৰবৰাহ কৰে যাতে ৰুদ্ধশ্বাসে নীতি-নিয়মৰ ঠেক আলিবাটত কোনো ক্ৰমে

খোজ দি নামাধৰণৰ অদ্ভুত ফাকি-ফুকা আৰু আয়োজনতে সদা ব্যস্ত। আনহাতে এনে শাসন-অনুশাসনৰ শিকলি যিমানেই কঠোৰ হয় সিমানেই নিগৃহীত, নিপীড়িত মানৱাত্মাৰ যন্ত্ৰণা আৰু অশান্তি বাঢ়ে আৰু সেই বৰ্দ্ধমান যন্ত্ৰনাই এদিন বিদ্ৰোহৰ তাণ্ডৱৰূপ ধাৰণ কৰে।" (লৰস্নৰ একে প্ৰৱন্ধৰ অংশ বিশেষ) তেওঁৰ আবেগী মনৰ লিখনিৰ ভাল উদাহৰণ হব এই উদ্ধৃতিটো—

"সাংস্কৃতিক দিশত অসমীয়া সমাজৰ বাবে সকলোতকৈ উল্লেখ-যোগ্য ঘটনা আছিল বৈষ্ণৱ আন্দোলন। কেৱল তাৰ বিপুল আৰু গম্ভীৰ প্ৰভাৱৰ বাবেই নহয়। এই আন্দোলনে মানসিক আৰু নৈতিকভাবে অসমৰ মানুহক যিমান ওপৰলৈ তুলি'ল আন একোৱেই এতিয়ালৈকে নিব পৰা নাই। বিদেশীৰ আগত আমাৰ পৰিচয়ৰ প্ৰধান সূত্ৰ এই আন্দোলনৰ অৱদান সমূহ। মোৰ জন্ম বৈষ্ণৱ পৰিয়ালত নহয়। মানসিকভাবেও মোৰ ভিতৰত বৈষ্ণৱ গুণ বিশেষ থকা যেন ধাৰণা নহয়। কিন্তু মোৰ জীৱনৰ আটাইতকৈ পুৰণি স্মৃতি, ধুসলি-কুৱলী অতীতৰ এচুকত চাকি এগছৰ দৰে পোহৰ হৈ থকা স্মৃতি হৈছে গোসাঁইঘৰৰ থাপনাত পুৰণা গামোচা এখনেৰে মেৰাই থোৱা কীৰ্ত্তনখন, যোৰ আয়ে দুখৰ দিনত তাৰপৰা আওৰাই যোৱা পদবোৰ।"

বৰ্ত্তমান সময়ৰ এগৰাকী শক্তিশালী অথচ অধিক সংযত আৰু গাম্ভীৰ্য্যপূৰ্ণ লেখক হল মহেন্দ্ৰ বৰা। তেওঁৰ 'ৰমন্যাসবাদ', 'সাহিত্য উপক্ৰমণিকা', 'সাহিত্য আৰু সাহিত্য', 'অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষন' আদি অসমীয়া ভাষাত তাত্ত্বিক আলোচনা বিশিষ্ট গ্ৰন্থ। পৃথিৱীৰ বহুকেইটা ভাষাৰ, বিশেষকৈ ইংৰাজী ভাষা, সাহিত্যৰ বিদগ্ধ পণ্ডিত বৰাৰ লিখনিত বুদ্ধিনিষ্ঠতা, ওজঃধৰ্মীতা আদি গুণৰ সমাবেশ দেখা যায়। বহু কেইখন গ্ৰন্থৰ ভূমিকাত ব্যবহাৰ কৰা বৰাৰ যুক্তিনিষ্ঠ, ৰসাল আৰু প্ৰাঞ্জল ভাষাই তেওঁৰ সৰল গদ্য ৰীতিৰ উদাহৰণ দাঙি ধৰে।

"পৃথিৱীৰ অসংখ্য জ্ঞানবেত্তাৰ অপৰিচিত অসমীয়া ভাষাত সন্দিকৈদেৱ জ্ঞান সমুদ্ৰ মন্থন কৰি উলিওৱা কেনেকুৱা মূল্যবান মণি-মুক্তাৰ যোগান ধৰিছে এই প্ৰবন্ধটোত– ভাবিলে আচৰিত হব লাগে। খ্ৰী. পূ. ৩০০ অব্দৰ পৰা খ্ৰী পূঃ ৭০০ অব্দৰ ভিতৰত প্ৰণীত আৰু ফৰাচী পণ্ডিত ফ্ৰাঁচোৱা লেনৰমাৰ দ্বাৰা আবিস্কৃত কেলদিয় ঋগ্বদৰ সম্পৃক্ত প্ৰাচীন বেবিলনৰ ইতিহাস, চুমেৰীয় সাহিত্যৰ সাহিত্যিক সৌন্দৰ্য্য আৰু হিব্ৰু ভাষাত ৰচিত ওল্ডটেষ্টামেণ্ট আৰু সংস্কৃত ভাষাত ৰচিত বৈদিক সাহিত্যৰ লগত তাৰ তুলনামূলক আলোচনা পৃথিৱীৰ যিকোনো দেশৰেই সাহিত্যৰ অতি মূল্যবান সম্পদ হব পাৰে।"

[ কৃষ্ণকান্ত সন্দিকৈ : পাণ্ডিত্য বাৰিধি ]

শব্দৰ যথাৰ্থতা ৰক্ষা কৰি ভাবৰ গভীৰতম স্থানত প্ৰৱেশ কৰিব পৰা সমকালীন লিখকসকলৰ ভিতৰত মহেন্দ্ৰ বৰা অন্যতম।

সাম্প্ৰতিক কালৰ ভাল গদ্য লিখক এজন হ'ল ভবেন্দ্ৰনাথ শইকীয়া। তেওঁ একেধাৰে নাট্যকাৰ, গাল্পিক, উপন্যাসিক, সমালোচক আৰু সাংবাদিক। নিজে সৃষ্টি কৰা উপমাৰ দ্বাৰা অতি সাৱলীল আৰু সুখপাঠ্য হিচাপে বাক্যবোৰ সংযোগ কৰি যায় যে পঢ়ি যাওঁতে বৰ আমেজ লাগে। বাক্যবোৰ চুটি চুটি কিন্তু প্ৰচাৰধৰ্মী নহয়। তেওঁৰ লিখনিৰ মাজত সমাজৰ একোটা জ্বলন্ত সমস্যা দাঙি ধৰে আৰু উত্তৰো নিজেই দি যায়। একে সময়ৰে অন্য এজন লিখক হ'ল সাহিত্যিক, সমালোচক অতুল বৰুৱা। বহুকেইখন সমালোচনাৰ সাহিত্য লিখি নিজকে প্ৰতিষ্ঠা কৰাৰ লগতে এটা বিচক্ষণ সাহিত্য ৰীতি প্ৰতিষ্ঠা কৰাত সফলতা লাভ কৰিছে।

নিৰ্মলপ্ৰভা বৰদলৈ, মালিনী গোস্বামী, মামণি ৰয়চম গোস্বামী, নগেন শইকীয়া, নাহেন্দ্ৰ পাডুন, ভবেন বৰুৱা, যতীন গোস্বামী, বীৰেণ দত্ত, নিৰুপমা বৰগোহাঞি, নিৰোধ চৌধুৰী, লক্ষীনন্দন বড়া, ইমৰাণ শ্বাহ, যজ্ঞেশ্বৰ শৰ্মা, ৰাধিকামোহন ভাগৱতী, কৃষ্ণ ভূঞা, তিলক হাজৰিকা, ৰাম গোস্বামী, পদ্ম বৰকটকী, শীলভদ্ৰ, অতুলানন্দ গোস্বামী,

ৰঞ্জিত কুমাৰ দেৱ গোস্বামী, মালিনী গোস্বামী, শীলা বৰঠাকুৰ, যোগেন্দ্ৰ নাৰায়ণ ভূঞা, ডঃ মিনাক্ষী ভট্টাচাৰ্য্য, শিৱনাথ বৰ্মন আদি সমালোচক, উপন্যাসিক আৰু গল্প লিখক-লিখিকাই পুৰণি ধ্যান-ধাৰণাৰ ঠাইত নতুন দিগন্ত বিচাৰি কলম হাতত লৈছে। নতুনৰ নৱমূল্যায়ণ বিচাৰিলেও বহুতৰ গদ্যৰ ঠাচ প্ৰায় একেই আছে। তাৰ ভিতৰত দুই এজনে কাব্যিক লয়যুক্ত ভাষা প্ৰয়োগ কৰি গদ্যৰ উৎকৰ্ষতা বঢ়াবৰ চেষ্টা কৰিছে। নিৰ্মলপ্ৰভা বৰদলৈৰ ভাষাত বিশেষকৈ এনে গুণৰ বৈশিষ্ট্য বিচাৰি পোৱা যায়।

"আহিন মাহৰ শস্যৱতী পৃথিৱী। মধুমতী এই পৃথিৱী। শস্যৰ সুগন্ধেৰে সুৰভিতা এই পৃথিৱী। শৰৎ কালৰ স্নিগ্ধ, স্বচ্ছ ঋতু। হেমকান্তি শস্যেৰে যেন শাকম্ভৰী দেৱীৰ, কল্যাণময়ী জননীৰ আগমন হৈছে। সেয়েহে শাৰদীয় দুৰ্গাপূজাৰ বোধন বিশ্ব শাখাত, তেওঁৰ স্থান প্ৰতিষ্ঠা পূজা নৱ-পত্ৰিকাত আৰোপিত হৈছে।"

মামণি ৰয়চম গোস্বামীৰ লেখাত পৰ্য্যবেক্ষণ গুণৰ পৰিচয় আছে 'দঁতাল হাতীৰ উয়ে খোৱা হাওদা', 'নীলকণ্ঠি ব্ৰজ', 'মামৰে ধৰা তৰোৱাল' ভিন ভিন পৰিবেশ আৰু পটভূমিৰ ওপৰত লিখা। গতিকে তাৰ উপস্থাপন, শব্দৰ প্ৰয়োগ বাক্য সঞ্চালন বেলেগ বেলেগ। তেওঁৰ সকলো লিখনিতে মৌলিক সৃষ্টিশীল গতিধাৰা লক্ষ্য কৰা যায়। 'আকাশে টোকোৰা চৰাইৰ বৰণ লৈছিল', 'তুঁহৰদৰে বিবৰ্ণ পোৱালী-টিক হাঁহৰ পোৱালীৰ দৰে দেখা গৈছে আদি উপমাই লিখিকাৰ সুক্ষ্ম পৰ্য্যবেক্ষণ শক্তিৰ পৰিচয় দিছে। মামণি ৰয়চম গোস্বামীৰ নিচিনা লিখিকাৰ হাতত অসমীয়া গদ্য-সাহিত্যই গতিশীলতা লাভ কৰিছে।

কুৰি শতিকাৰ শেষৰ দশকটোত লিখকসকলৰ আগত সাহিত্যৰ বিষয়বস্তুৰ বিভিন্নতাই জুমুৰি দি ধৰিছে। এনেকি হাবিৰ পৰা জন্তু ধৰি আনি গৱেষণাগাৰৰ ভিতৰত ভৰাই লৈ মানুহলৈ ৰূপান্তৰ কৰিব খোজা ঘটনাও নাটকৰ মাজেৰে প্ৰকাশ কৰা হৈছে। বিজ্ঞানভিত্তিক

অনেক বিষয় আমাৰ আলোচনী আদিত নতুন নতুন পদ্ধতিৰ মাজেৰে সজাই-পৰাই তোলা হৈছে। এই শ্ৰেণীৰ লিখকৰ ভিতৰত দীনেশ গোস্বামী, কুলেন্দু পাঠক, ক্ষীৰধৰ বৰুৱা, পবিত্ৰ বৰগোহাঞি আদি প্ৰধান। বিজ্ঞানৰ নিচিনা জটিল বিষয় এটাক লিখনিৰ মাধ্যমেৰে সহজবোধ্য আৰু জনপ্ৰিয় কৰিবলৈ হলে সকলোৱে সহজতে বুজি পোৱা ধৰণৰ আৰু লিখনিটোৰ প্ৰতি আকৰ্ষিত হব পৰাকৈ সজাব পৰা কৌশল জানিব লাগে। তাৰবাবে প্ৰধান কথা হ'ল লিখকৰ পৰিভাষিক শব্দৰ প্ৰতি থকা জ্ঞান। বিজ্ঞানৰ শব্দবোৰৰ উপযুক্ত পৰিভাষিক শব্দৰ অভাবে বা ভুল প্ৰয়োগে পাঠকৈক ভুল সন্ধান দিয়াৰ ভয় থাকে। আকৌ পৃথিবীৰ বিখ্যাত বিজ্ঞানীসকলে লিখা মূল ইংৰাজী লিখনিক অসমীয়ালৈ অনুবাদ কৰোতে ইংৰাজীৰ গদ্য-ৰীতি, ঠাচ অসমীয়া ভাঙনিত পৰা দেখা যায়। বিজ্ঞান বিষয়ক ইংৰাজী শব্দ একোটা অনুবাদ কৰোতে তেনেকৈয়ে ৰখাৰ ফলতো কেতিয়াবা কেতিয়াবা বিজ্ঞানৰ ভাষা বুজিব নোৱাৰা হয়। কুলেন্দু পাঠকে লিখা প্ৰবন্ধ এটাৰ ভাষা এনেকুৱা

"ধুমকেতুৰ পোহৰ বিশ্লেষণ কৰি গম পোৱা গৈছে যে ধুমকেতু মুখ্যত বৰফ, গেছ আৰু মহাজাগতিক ধুলিকণাৰে গঠিত। ১৯৫০ চনত হাৰ্ভাড বিশ্ববিদ্যালয়ৰ জ্যোতিৰ্বিদ ফ্ৰেড হুইপলে ধুমকেতুৰ গঠন সম্পৰ্কে 'লেতেৰা বৰফ-বল' তত্ত্ব আগবঢ়ায়। তেওঁৰ মতে ধুমকেতুৰ ভৰৰ শতকৰা ৭০/৮০ ভাগ পদাৰ্থ হাইড্ৰজেনৰ যৌগ (কঠিন নাইট্ৰজেন আৰু অক্সিজেনৰ লগত) গতিকে মিথেন ($CH_4$) এমোনিয়া ($NH_3$) আৰু পানী ($H_2O$) আদি যৌগ গোট মাৰি কঠিন পদাৰ্থ হিচাপে থাকে আৰু সূৰ্য্যৰ ওচৰ চাপি আহিলে এই-বোৰে বাষ্পত পৰিণত হৈ ধুলিকণাৰ লগ লাগি ধুমকেতুৰ নেজ সৃষ্টি কৰে।"

ওপৰৰ লিখনিত সহজে বুজি নোপোৱা তেনে কোনো কঠিন শব্দ লিখকে ব্যৱহাৰ কৰা নাই। এনে সহজ গদ্যই বিজ্ঞান জগতৰ

নজনা বস্তু জানিবলৈ মানুহৰ মনত আগ্ৰহ জন্মায়। গতিকে বিজ্ঞানৰ কঠিন বস্তুকো ৰসাল ভাষাৰে পঢ়ুৱৈক আকৰ্ষিত কৰিব পৰাটোৱেই গদ্য লিখকৰ সাৰ্থকতা।

এই সময়চোৱাত বিজ্ঞানত বাহিৰেও দেশ-বিদেশৰ ৰাজনৈতিক সমস্যা, যুদ্ধ-বিগ্ৰহৰ খবৰ, আন্তৰ্জাতিক বাণিজ্যৰ খবৰ, যৌন সম্বন্ধীয় মুখ ৰুচিকৰ বাৰ্ত্তা, যুৱ-মানসিকতাৰ স্খলন সম্বন্ধে বিচাৰ, এইড্‌চ আদি মাৰাত্মক বেমাৰৰ ভয়াবহ ৰূপ আৰু তাৰ পৰা পৰিত্ৰাণ পাবলৈ কৰা বিভিন্ন প্ৰচেষ্টা আদি এশ একুৰি খবৰ আজিৰ সাহিত্যৰ বিষয়-বস্তু হৈ পৰিছে। এনে সমস্যাবোৰ উদ্‌ঘাটন কৰিবলৈ যাওতে যি গদ্য ব্যৱহাৰ কৰা হৈছে তাৰ মান উচ্চ গুণ বিশিষ্ট বুলিয়েই কব লাগিব। বিশিষ্ট শব্দৰ অৰ্থ বিচাৰি যদি আমি অসমীয়া গদ্যক পৃথিবীৰ সকলো ভাল গদ্যৰ লগত ৰিজাব যাওঁ তেনেহলে হয়তো কিছু পৰিমাণে হতাশ হব লাগিব। সৰ্ব্বোৎকৃষ্ট গদ্য লিখা সিমান সহজ-সাধ্য কাম নহয়। এনে গদ্যৰ সৃষ্টি হয় দীৰ্ঘকাল ব্যাপি কৰা অনুশীলন আৰু কঠোৰ পৰিশ্ৰমৰ ফলত। এনে ভাল গদ্যই জন-সাধাৰণৰ কথোপকথনৰ ভাষাক বিশেষ গুণ আৰু বিশেষ শক্তি প্ৰদান কৰি আমাৰ দৈনন্দিন জীৱনত বহু সহায় কৰে।

স্বাধীনতাৰ তিনি, চাৰি দশকৰ পিচৰ অসমীয়া গদ্যৰ স্বৰূপ অধ্যায়ন কৰিলে দেখা যায় যে আধুনিক অসমীয়া গদ্য সাহিত্যৰ পিতৃ স্বৰূপ বেজবৰুৱাই কৃপাবৰী ৰস ৰচনাবোৰৰ মাজেৰে মানুহক 'হাঁহি, হাঁহি হঁহুওৱা'ৰ যি প্ৰচেষ্টা কৰিছিল সেই প্ৰচেষ্টা তেওঁৰ পিচৰ কিছুসংখ্যক লিখকেও সাহিত্যত অব্যাহত ৰাখিবলৈ যত্ন কৰা হ'ল। লগতে বহু বিদেশী নামী-নামী লিখক চাৰ্লচ লেম্ব, ৰোবাৰ্ট লিণ্ড, ষ্টিফেন লিকক, জি, কে, চেষ্টাৰ্টন আদিৰ ব্যক্তিমুখী ৰসৰচনাৰ আদৰ্শইও এওঁলোকক অনুপ্ৰাণিত কৰা বুলি ভাবিবৰ স্থল আছে। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে—"দাৰ্শনিকতাৰ পৰিবৰ্ত্তে লঘু মন্তব্য, মহত্বৰ পৰিবৰ্ত্তে ঘৰুৱা ৰসঘন পৰিবেশ, যুক্তিৰ ঠাইত অনুভূতি, বিষয়বস্তুৰ

গুৰুত্বৰ পৰিবৰ্ত্তে প্ৰকাশভঙ্গীৰ অভিনৱত্ব আৰু ব্যক্তি নিৰপেক্ষতাৰ পৰিবৰ্ত্তে একান্ত ব্যক্তিনিষ্ঠতা এইবিধ ৰচনাৰ বিশেষত্ব।" ব্যক্তিনিষ্ঠ ৰসৰচনাত লেখকৰ মন্ময় সুৰ মমনশীলতা আৰু আমেজী অথচ খেয়ালী মনোবৃত্তিৰ আভাস পোৱা যায়।

সমালোচক মুনীন বৰকটকীয়ে এই ব্যক্তিনিষ্ঠ সাহিত্যৰ স্বৰূপ সম্বন্ধে লিখিছে—"নিবন্ধয়ো ধেমালীৰ ছলেৰে উপজাত ফল হিচাপে জ্ঞানৰ পোহৰ বিলাব পাৰে। তথাপি ইয়াৰ প্ৰধান অভীষ্ট হ'ল আনন্দ দান, চিত্তবিনোদন, কল্পনা-ভাবনা-আবেগ-অনুভূতিৰ ৰূপায়ণ, হৃদয় বৃত্তি আৰু বুদ্ধি-বোধিৰ সঞ্জীবন আৰু উত্তৰণ।"

এনে ব্যক্তিনিষ্ঠ লিখকসকলৰ ভিতৰত ডাক্তৰ হেম বৰুবাৰ 'মোৰ ঘৰখন', 'চপনীযা', তিলক হাজাৰিকাৰ 'আড্ডা', 'কত কথা', হেমচন্দ্ৰ শৰ্মাৰ 'বাটৰ তুবৰি বন', 'মদাৰ ফুলৰ মালা', 'স্বগত', কিৰণ শৰ্মাৰ 'কিমিদং ব্যাহৃতং মযা', ভদ্ৰ বৰাৰ 'অৰ্দ্ধং ত্যজতি', 'মধুৰেণ', কীৰ্ত্তিনাথ হাজৰিকাৰ 'নাৰদৰ দাযেৰি', লীলা গগৈৰ 'কপলিছিগা বেল' আদিযেই প্ৰধান। এনে ৰচনাত লিখকে সমাজ তথা ব্যক্তিৰ মনোধৰ্মীতা লিখনিৰ মাজেৰে ফুটাই তোলে। বুদ্ধিনিষ্ঠ হাস্য-ৰসৰ মাজেৰে 'আলাপী-কথৰী' সুৰ প্ৰযোগ কৰি বিষযবস্তু ৰসাল আৰু আদৰণীয কৰি তোলে। কেতিযাবা কেতিয়াবা ৰচনাৰ মাজত নিভাজ ঘৰুবা কথা, ফকৰা-যোজনা, পটন্তৰ আদি ব্যৱহাৰ কৰি বৰ্ণনা মনোৰম কৰি তোলা হয। এনে ব্যক্তিনিষ্ঠ ৰম্যৰচনাবোৰৰ ভাষালৈ লক্ষ্য কৰিলে দেখা যায যে ৰচনাবোৰৰ ভাষা সহজ আৰু পোনপটিয়া।

সমস্যাবহুল পৃথিবীৰ নানা সমস্যাত জৰ্জৰিত মানুহে এনে ব্যক্তিগত ৰসৰচনা পঢ়ি সাময়িক ভাবে হলেও কিছু মানসিক শান্তি লাভ কৰে বাবে বৰ্ত্তমান সময়ত এনে ৰচনাৰ চাহিদা বাঢ়িছে।

সময়ৰ দ্ৰুত পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যইও পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন লাভ কৰে। বৰ্ত্তমান কৰ্মব্যস্ত পৃথিবীৰ মানুহৰ সময়ৰ বৰ

অভাব। চকু পচাৰতে, হাতৰ মুঠিতে পৃথিবীৰ সকলো খবৰ মানুহে পাব বিচাৰে। মানুহৰ এনে মানসিকতাক সামগ্ৰিকভাবে সহায় কৰি আহিছে বাতৰি কাকত আৰু আলোচনী সমূহে। এই বাতৰি কাকত আৰু আলোচনী সমূহৰ বিষয়বস্তুৰ পৰিসৰ যেনে বিস্তৃত ভাষাও তেনে আবেদনমুখী, সৃষ্টিশীল, ৰসযুক্ত আৰু বিষয়বস্তুৰ পৰিবৰ্ত্তনৰ ধাৰাটোৰ লগত খাপখোৱা।

মিশ্যনেৰিসকলৰ হাতত জন্ম পোৱা 'অৰুণোদই' কাকতৰপৰা আৰম্ভ কৰি 'আচাম নিউচ' 'আসাম-বন্ধু', 'আসাম বিলাসিনী,' 'আসাম দৰ্পণ', 'আসাম-দীপিকা', 'মৌ', 'আসামতৰা', 'জোনাকী', 'বিজুলি', 'আসাম', 'আসাম বন্তি', 'উষা', 'বাঁহী', 'আলোচনী', 'চেতনা', 'আসাম-বান্ধৱ', 'আৱাহন', 'জয়ন্তী', 'ৰামধেনু', 'সাদিনীয়া নবযুগ', 'অসম সাহিত্য সভা পত্ৰিকা', 'মণিদীপ', 'আমাৰ প্ৰতিনিধি', 'নতুন পৃথিৱী', 'প্ৰকাশ' 'সূত্ৰধাৰ' আদিৰ নাম বিশেষধৰণে উল্লেখযোগ্য।

দেশৰ বাহিৰত থকা বহু'কইজন গুণী-মানী লিখকে এনে আলোচনীবোৰত প্ৰবন্ধপাতি আগবঢ়াই পৃথিবীৰ আন আন ভাষা সাহিত্যৰ লগত আমাৰ ভাষা-সাহিত্যৰ সমন্বয় ঘটোৱাত সহায় কৰিছে। সাম্প্ৰতিক কালত জন্ম পোৱা আলোচনীবোৰৰ দৃষ্টিভঙ্গী নিৰ্ভীক, স্বতন্ত্ৰীয়া আৰু গণতান্ত্ৰিক ভাবধাৰাৰ মূল বাহক। সমস্যাবহুল পৃথিবীৰ বহু সমস্যাৰ ওপৰত একেসময়তে ৰেখাপাত কৰিব পৰা সাহিত্য হ'ল এই আলোচনী সাহিত্য আৰু বাতৰি কাকতবোৰ।

এটা সময়ত বাতৰি কাকত আৰু আলোচনীৰ মাজত কোনো প্ৰভেদ নাছিল। আলোচনীয়ে বাৰ্ত্তাবাহক হিচাপে বাতৰি কাকতৰো কাম কৰিছিল। সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে সমাজত নিত্য-নতুন সমস্যাই দেখা দিলে যাৰ ফলত একেখন আলোচনীতে আলোচনা আৰু দৈনিক বাৰ্ত্তা বহন কৰা অসম্ভৱ হৈ পৰিল। তাৰেই ফলশ্ৰুতি হিচাপে জন্ম পালে পষেক, সপ্তাহিক আৰু দৈনিক বাতৰি কাকতবোৰ। হেমচন্দ্ৰ বৰুৱাৰ 'আসাম নিউচ' (১৮৮২-'৮৫) কাকত

আলোচনা আৰু বাৰ্ত্তাবাহী কাকত হিচাপে প্ৰকাশ পোৱাৰ পিচত কালিৰাম দাসৰ সাতদিনীয়া 'বিশ্ববাৰ্ত্তা' কৃষ্ণ বৰুৱা সম্পাদিত 'আসাম হেৰাল্ড' আদি দুই এখন বাতৰি কাকতৰ জন্ম-মৃত্যুৰ সময়ৰ ব্যৱধান যদিও অতি কম তথাপি বাতৰি কাকতৰ জাতীয় ইতিহাসত ইয়াৰ প্ৰমূল্য সময়ৰ জোখেৰে জুখিব নোৱাৰি। জাতীয় ইতিহাসত ইযাৰ মূল্য পথ প্ৰদৰ্শক হিচাপেই থাকি যাব। অসমীয়া আধুনিক বাতৰি কাকতৰ জন্মদাতা হ'ল চন্দ্ৰকুমাৰ আগৰৱালা। ১৯১৮ চনত তেওঁৰ সম্পাদনাত প্ৰকাশ পোৱা 'সাদিনীয়া অসমীয়া' কাকতৰ পিচত 'বাতৰি' 'দৈনিক বাতৰি', 'তৰুণ অসম', 'নতুন দৈনিক' 'অসমবাণী', 'নীলাচল' 'জনমভূমি', 'দৈনিক জনমভূমি', 'নতুন অসমীযা', 'আজিৰ অসম', 'প্ৰতিদিন', 'সাদিন' আদি বাতৰি কাকতৰ নাম লব পাৰি।

এনে বাতৰি কাকতবোৰো, আলোচনী সাহিত্যৰ দৰে, নতুন গদ্যৰীতি, নতুন ভাষাৰীতি প্ৰৱৰ্ত্তন আৰু যোগসূত্ৰৰ বাহক। সাম্প্ৰতিক কালৰ এই বাতৰি কাকতবোৰে আধুনিক গদ্য-সাহিত্যক জনমুখী কৰিবলৈ বিশেষ অৰিহণা যোগাইছে বুলি কব পাৰি। কোনো জাতীয আন্দোলনক কেন্দ্ৰ কৰি যেতিযা একোখন কাকতৰ লিখনি জাতীয জীৱনৰ, জাতীয় অনুভূতিৰ একেবাৰে নিভৃততম কোণলৈকে স্পৰ্শ কৰে তেতিয়াই কাকতখনৰ বিষয়বস্তুৰ লগতে তাত ব্যৱহাৰ কৰা ভাষাযো জনসাধাৰণক আকৃষ্ট কৰে। শেষত গৈ ই জনতাৰ নিজৰ ভাষাত পৰিণত হয়। গতিকে এই বাতৰি কাকতবোৰৰ ভাষাৰীতিৰ সামগ্ৰীক মূল্য নুই কৰিব নোবাৰি।

অসমীয়া গদ্য-সাহিত্যৰ ইতিহাস এক বিস্তৃত কালৰ ইতিহাস। এই গদ্যৰ লগত জৰিতহৈ থকা ব্যক্তি সকলো একোজন স্বনামধন্য ব্যক্তি। এই কিতাপৰ যোগেৰে এই সকলো ব্যক্তি আৰু তেওঁলোকৰ সাহিত্য কৰ্মৰ লেখ-জোখ দিয়া ইমান সহজসাধ্য কাম নহয়। মাত্ৰ অসমীয়া গদ্যৰ ক্ৰমবিকাশৰ ধাৰা এটাহে ইয়াত বৰ্ণনা কৰা হৈছে। গতিকে বৰ্ণনাৰ মাজতে বহু লিখক আৰু তেওঁলোকৰ লিখনিৰ উল্লেখ হযতো নহবও পাৰে। * * *

# সহায় লোৱা গ্ৰন্থসমূহ


| | |
|---|---|
| অসমীয়া সাহিত্যৰ ইতিবৃত্ত | ডঃ সত্যেন্দ্ৰনাথ শৰ্মা |
| অসমীয়া সাহিত্যৰ বুৰঞ্জী | ডিম্বেশ্বৰ নেওগ |
| অসমীয়া সাহিত্যৰ ৰূপৰেখা | ডঃ মহেশ্বৰ নেওগ |
| ক্ৰমবিকাশত অসমীয়া গদ্যশৈলী | ডঃ প্ৰফুল্ল কটকী |
| অৰুণোদই | অসম প্ৰকাশন পৰিষদ |
| অসমীয়া সাহিত্যত দৃষ্টিপাত | ডঃ হেমন্ত শৰ্মা |
| প্ৰাচ্য শাসনাবলী | ডঃ মহেশ্বৰ নেওগ |
| অসম বুৰঞ্জী | সম্পাদক সূৰ্য্যকুমাৰ ভূঞা |
| কথা গুৰু চৰিত | সম্পাদক উপেন লেখাৰু |
| অৰুণোদই যুগৰ অসমীয়া ভাষা ( প্ৰবন্ধ ) | ড. উপেন্দ্ৰনাথ গোস্বামী |
| বেজবৰুৱা গ্ৰন্থাবলী | ( ভাষা আৰু সাহিত্য চোৱা ) |
| অসমীয়া কথা সাহিত্য | ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা |
| Aspects of Early Assamese Literature | G U |
| প্ৰকাশ | ( অৰুণোদই সংখ্যা ১৯৮৩ ) |
| ভাগৱত কথা ( ১ম স্কন্ধৰ পাতনি ) | ড° মহেশ্বৰ নেওগ |
| ব্ৰজবুলী সাহিত্য মুকুৰ | ড ভূপেন্দ্ৰ ৰায় চৌধুৰী |
| বিংশ শতাব্দীৰ অসমীয়া সাহিত্য | অসম সাহিত্য সভা |
| অসমীয়া সাহিত্যৰ বুৰঞ্জী (ষষ্ঠ খণ্ড | সম্পাদক হোমেন বৰগোহাঞি |
| আসাম-বন্ধু | গুণাভিৰাম বৰুৱা সম্পাদিত |
| বেণুধৰ শৰ্মা ৰচনাৱলী | সম্পাদক অজিত শৰ্মা |
| অসমীয়া লৰাৰ মিত্ৰ | আনন্দৰাম ঢেকিয়াল ফুকন |
| বেজবৰুৱাৰ প্ৰতিভা | |
| Assamese Its Formation And Development | Dr B K. Kakati |

| | |
|---|---|
| প্ৰবন্ধ চয়ন | অসম সাহিত্য সভাৰ স্মৃতিগ্ৰন্থ |
| শৰৎ গোস্বামী | সম্পাদক অতুল বৰা |
| অম্বিকাগিৰি ৰায় চৌধুৰী ৰচনাৱলী | সম্পাদক সত্যেন্দ্ৰনাথ শৰ্মা |
| ত্ৰৈলোক্য নাথ গোস্বামী ( অভিনন্দন গ্ৰন্থ ) | সম্পাদক শশী শৰ্মা |
| বিষ্ণুৰাভা ৰচনা সম্ভাৰ | সম্পাদক যোগেশ দাস |
| সব্যসাচী বিষ্ণুৰাভা | চিত্ৰ মহন্ত |
| অসমৰ সংস্কৃতি | লীলা গগৈ |
| সাহিত্য আৰু সংস্কৃতি | সুৰেন গোস্বামী |
| মহেশ্বৰ নেওগ ৰচনাৱলী | |
| অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস | যতীন গোস্বামী |

নিজৰ অজ্ঞতা আৰু ছপাশালৰ অমনোযোগিতাৰ ফলত হোৱা ভুলৰ বাবে পঢ়ুৱৈৰ ওচৰত ক্ষমা বিচাৰি শুধৰণী দিয়া হল। লেখক

| পৃষ্ঠা | ভুল | শুদ্ধ |
|---|---|---|
| ৫ | খটিয়ান | খতিয়ান |
| ৭ | প্ৰাদেশীক | প্ৰাদেশিক |
| ৭ | ভৌগলিক | ভৌগোলিক |
| ৯ | নামাকৰণ | নামকৰণ |
| ১০ | ৰাগিনী | ৰাগিণী |
| ০ | Continutiy | Continuity |
| ১১ | অনুদিত | অনূদিত |
| ১২ | নিস্প্ৰাজন | নিষ্প্ৰযোজন |
| ১৪ | সংমিশ্ৰন | সংমিশ্ৰণ |
| ১৫ | অগ্নিবান | অগ্নিবাণ |
| ২৫ | কৃত্তিম | কৃত্ৰিম |
| ২৭ | বিষযবস্তুৰ | বিষযবস্তুও |
| ১৭ | পৃসিংহ | নৃসিংহ |
| ২৮ | কাব্য ধৰ্মীতা | কাব্য ধৰ্মিতা |
| ৩৩ | নিখুট | নিখুঁত |
| | আভাষ | আভাস |
| ৩৭ | শুপঠিত | সুপঠিত |
| | শুশ্ৰব্য | সুশ্ৰব্য |
| ৪২ | বৈষযীক | বৈষয়িক |
| | উজনী | উজনি |
| ৪৪ | আডস্ততা | আডষ্টতা |
| ৬০ | হস্তিবিদ্যাৰ্ণব | হস্তীবিদ্যাৰ্ণব |
| ৬৭ | তীৰ্থষ্ঠান | তীৰ্থস্থান |
| ৭৪ | সংসোধিত | সংশোধিত |
| ৭৯ | পঢ়াশালী | পঢ়াশালি |
| | Gammer | Grammer |
| ৯১ | বিদ্ৰোপাত্মক | বিদ্ৰূপাত্মক |
| ৯৯ | বৈজ্ঞানীক | বৈজ্ঞানিক |

| পৃষ্ঠা | ভুল | শুদ্ধ |
|---|---|---|
| ১০৬ | উপাধী | উপাধি |
| ১১৪ | বাচকবনিয়া | বাছকবনীয়া |
| ১১৫ | ত্ৰিমূৰ্ত্তী | ত্ৰিমূৰ্ত্তি |
| | জুঙুঠি | জুমুঠি |
| ১১৬ | সপালুস | স্বপালুস |
| ১১৭ | গদাটো | গদাতো |
| ১২১ | ৰমনাসক | ৰমনাসিক |
| ১২৫ | নীতি ধৰ্মীতা | ধৰ্মিতা |
| ১২৭ | বাগীতা | বাগ্মিতা |
| | দাপোন | দাপোণ |
| ১৩১ | দাণ্ড | গদাণ্ড |
| | চিত্ৰাঙ্কণ | চিত্ৰাঙ্কন |
| | ন্দিকৈৰ | সন্দিকৈৰ |
| ১৩৩ | নিযন্ত্ৰীত | নিযন্ত্ৰিত |
| ১৩৪ | প্ৰাসঙ্গীকতা | প্ৰাসঙ্গিকতা |
| ১৩৫ | অন্তনিৰ্হিত | অন্তৰ্নিহিত |
| ১৪৩ | নিৰথ | নীৰস |
| ১৪৫ | ঢিক | ঠিক |
| ১৪৬ | পুতুকি | পুটুকি |
| ১৪৭ | সংঘাট | সংঘাত |
| ১৪৮ | নিস্প্ৰাণ | নিষ্প্ৰাণ |
| ১৪৯ | জীৱি | জীৱী |
| ১৫০ | আপেক্ষীক | আপেক্ষিক |
| | পোনপটিযা | পটীযা |
| | নিস্পান্ন | নিষ্পন্ন |
| | সম্প্ৰাসৰন | সম্প্ৰাসৰণ |
| ১৫৮ | ধুমাকেতু | ধূমকেতু |
| | ধুলি | ধূলি |
| ১৬১ | সামগ্ৰীক | সমগ্ৰিক |
| | জৰিত | জড়িত |